# দূৰৰ গাঁও

নজৰুল হুছেইন



বীণা লাইব্ৰেৰী

গুৱাহাটী-১

## এক

পুহমহীয়া কুঁবলাত এই হাবীখনৰ মাজত যে মিনাৰামহঁতৰ ঘৰ এটা আছে, ধৰিব নোবাৰি। আৰু হাবীখনৰ মাজলৈ সোমাই গৈ জুমি চালেও,—ঘৰটো আছে বুলি ধৰিব নোবাৰি।

পুহৰি পুহৰি হলে পথলীৰ নঙলাডাল চকুত পৰে। তাৰ পিছত আগিযাচিতৰ পুলিটো। পুনানী শাক বোৰ পথলীৰ দুয়োকাষেদি দেখাৰ গজিছে, লাই জাৰতী, বৰালিবগুবা বোৰ শীতত শুকনি সেৰা হৈ পৰিছে। গৈযেই চোতালখন। লেতেৰা কৰিবলৈ এতিযাও গড়ালৰ পৰা হাঁহবোৰ মেলা নাই।

খেৰিছালখনেৰে ঘৰটো ঘৰেই এটা। সোঁ মাজতে চৰাঘৰটো যত মুকলি ঠাই এডোখৰ জুৰি আছে। চৰাঘৰটোত একো নাই। চৰাঘৰটোৰ সিফালে এটা ঘৰ,—সিফালে কোথালী এটা,—মুখচৰ ফালে কোথালীটোত মিনাৰামৰ মাজু ককাযেক, বৌবেক, কণমইনা আৰু কেচুবা আইডেউ থাকে। ইফাললৈ আখল। তেহেলৈ অৰ্থাৎ পিছফাললৈ চোতাল নাইযেই। চোতাল মাথো আগফালেই।

আখলৰ কাষৰ কোথালীটোতে মিনাৰামৰ মাক থাকে। মাজৰ কোথালীটোত মিনাৰাম থাকে। এই কোথালীটোত তাৰ ডাঙৰ ককাযেক আছিল। কিন্তু বিয়া কৰা বয়সতে নেৰেঙাত পৰি ঢুকাল। তেতিয়াকে পৰা মিনাৰামেই এই কোথালীটোত থাকে। কোথালী মানে চৰাঘৰৰ কাষতে ভিতৰলৈ ওলোৱা সোমোবা কৰা বাটতে কোথালীটো, অৰ্থাৎ কোথালীত সোমাই হে ভিতৰৰ কোথালীবোৰলৈ যোৱা যায়।

ইটো মুখছৰ ফালে ঢেকীশাল, তাৰ কাষতে ধানৰ ভঁড়ালটো। আৰু ভঁড়ালটোৰ গাতে লাগি গৌহালী টো। এফালে ম'হ এটা

বন্ধা থাকে আৰু আনফালে এজনী গাই, এটি পোৱালী, দামুৰী আৰু দমৰা এটা।

পিছফালে কাকিনি তামোল, কল আৰু শাকনিৰ সৰু বাৰী এখন। এই চৌবেৰাৰ বাহিৰে চাৰিওফালে বাঘচকা হাবী, ঠায়ে ঠায়ে বাঁহঢাপ,—বৰগছ, আহঁতগছ,—যাক ভাল কৈ জঙ্গলেই বুলিব পাৰি।

পানী খোৱা বিলটো হাবিৰ কাষেদি যোৱা চেউনি আলিটোৰ লগে লগে লানি লাগি গৈ বহু দূৰলৈকে বিস্তৃত হৈ আছে। পানী খোৱা ঘাট টোৰ বাহিৰে বিলখন দলঘাঁহেৰে ভৰা। গাধুৱা, কাপোৰ ধোৱা ঘাটো। নতুনকৈ অহা মানুহে জলাশয বা পিটনি বুলিহে ভুল কৰিব। তাৰ মাজে মাজে হাঁহো চৰে, শৰালিও পৰেহি। বগলীৰ চৰণীয়া ঠাই। সৰু, ডাঙৰ মাছ, সৰিস্পেৰে ভৰা। চাৰিওফালে ঘেৰি থকা হাবিৰ মাজত বিলখনৰ ওপৰৰ মুকলি আকাশখন হাবিৰ পৰা ওলাই আহি উশাহ লোৱা যেন লাগে।

বাৰ শতিকাত চুকাফাৰ লগত শ্যাম প্ৰদেশৰ পৰা পাটকাই পৰ্ব্বতেদি বগাই অসমলৈ অহা আহোমৰ মিনাৰামহঁতৰ পৰিয়াল এটাৰ ক্ৰমপৰিণতি। মিনাৰামহঁত সাধাৰণ গৌহাই মানুহ। বজা দিনৰ খিতাপী নাই।

মিনাৰামৰ দেউতাকে কোৱা মনত আছে,—আগতে সিহঁত হেনো চলা পথাৰৰ ফালেহে আছিল। মানৰ দিনত চলা পথাৰৰ গাওঁ উছন হয়। চলা পথাৰৰ মানুহ পলাই পত্ৰং দিয়ে। যৰে ঘৰ তত্তে এৰিলে। যেতিয়া শান্তি আহিল,—চলা পথাৰৰ মানুহ আৰু ঘুৰি নগল, এইখন গাৱঁতে গাওঁপাতি বাস কৰিবলৈ ললে।

তাৰ কিছুদিনৰ পিছত মিনাৰামৰ দেউতাক ঢুকাল সাধাৰণ জ্বৰ হৈ। বৰপুতেক আগতেই ঢুকাইছিল। মাজু পুতেকৰ বিয়া হৈ গৈছে। এজনী জীয়ৰী থুমাইল মান দূৰৰ নাওসলিয়া গাঁৱলৈ উলিয়াই দিছে। মিনাৰাম কেৰেলায়া ডেকা।

বাপতি সাহোন বুলিবলৈ সিহঁতৰ খেতি মাটি চাৰি পুৰা আছিল। ডেৰপুৰা বাম মাটি আছিল। তাত খৰালি আলু, কচু, কবি, শাক, সৰিয়হ আৰু এডৰাত কুঁহিয়াৰ কৰিছিল। হালৰ গৰু হিচাবে আছিল এটা ম'হ। তাৰেই বাৰিষা হালবায়। ম'হটো মিনাৰামে চৰায়। পুৱাতে ম'হ লৈ মিনাৰাম সদাই ওলাই যায় পথাৰ খনলৈ, —কেতিযাবা বিল লৈ।

অন্য দিনাৰ দৰে এৰিযা চাদৰখন গাত লৈ মিনাৰাম পুৱঁতি নিশাতে ওলাই গল ম'হটো চৰাবলৈ। নিয়ঁৰে কোমল কৰি থোৱা দলঘাঁহ খোৱাবলৈ। ৰদজাক ওলালে ঘাঁহবোৰত সোৱাদ নেথাকে। ৰাতিৰ আঁউসী এন্ধাৰৰ দৰে পুৱঁতি নিশাৰ কুঁৱলী ইমান ডাঠ যে সমুখত কিবা এটা ওলালে মনিবই নোৱাৰি।

পুহমহীযা জাৰত এতিযাও সি চেউনি আলিটোৰেদি ম'হটো লৈ গৈ আছে চৰাবলৈ। ম হটোৰ গাৰ স্বৰগ পৰিলে ওলোৱা গোন্ধটো তাৰ নাকটোত অভ্যস্ত হৈ গৈছে। ম'হটোও গজেন্দ্ৰ গমনে চলিব লাগিছে।

ম'হ ভযানক জন্তু। অকলে মেলি দিবতো নোৱাৰিয়ে,—লগৰ ম'হ পালে যু জ কৰিব। আৰু সেই যুঁজ চাবলৈ কেউফালে ৰাইজ গোট খাই যাব। ওচৰত গৰু, ছাগলী পালেতো, কথাই নাই,—শিঙেৰে খুছি নাড়ী ভুৰুকে উলিযাই দিব।

অথচ গিৰিহঁতৰ এই ভীমাকায় লগে লগে ভয়ানক,—এই জন্তু-টোৰ প্ৰতি কিমান পুতৌ। তাৰ কাৰণে ৰাতি এডোখৰতে মিনাৰামৰ নিচিনা এটা ডেকাই বিছনা এৰি তাক চৰাবলৈ লৈ আহিব লগা হৈছে। অকল সেযেই নে? দিনৰ দিনটো মিনাৰাম তাৰ আপডালত থাকিবও। ভয়ানক জন্তুটোৰেও সেইদৰে গিৰিহঁতক মানেও।

ইয়াৰে সিহঁতে চাৰিপুৰা মাটি হেলাৰাঙে তুলি লব পাৰে। সিহঁতৰ ই ভাত,—ই জীৱন। মিনাৰাম ম'হটো লৈ পথাৰেদি নামিল

আৰু দলঘাঁহ বিছাৰি বিছাৰি ম'হটোৱে খাবলৈ ধৰিলে। সি পিঠিৰ ওপৰত আছেই।

দূৰৰ নীলিম জুৰি ডাঠ, বগা কুঁৱলী।

পুৱা জলপান খাই মাজু ককায়েক যাব বাম শইচ কৰা খেতিবোৰ চাবলৈ। হাবী ভাঙি নতুনকৈ এখন বাৰীও উলিযাইছে। জলপান খুৱাই বুৱাই মাজু বৌৱেকে ধান বানিব'—মাকে তাতশালত বহিব, মাজুককায়েকৰ লৰাটোৱে সিখন গাঁৱৰ পাঠশালাটোলৈ পঢ়িবলৈ যাব। ঘৰখনত যে কত কাম,—ভাবিবই নোবাৰি। এজনী বোবাৰীযেকে কাম কৰি অন্ত কৰিবই নোবাৰে।

পূবত বেলিয়ে লহিয়াইছে।

বেলিৰ ক্ষীণ, শেঁতা পোহৰত ডাঠ কুঁৱলীৰ মাজেদি পাতলকৈ দূৰৰ ঘৰবোৰ,—ডাঙৰ গছবোৰ চকুত পৰিছে। পথাৰখনৰ সিমুৰত মনাইয়েও ম'হ চৰাইছে।

লাহে লাহে কুৱঁলী নাইকীযা হৈ আহিছে। বহল পথাৰখনৰ মূৰে মূৰে মহ'ত উঠি উঠি কেবাজনেও ম'হ চৰাইছে।

আশেপাশে গাওঁ কেইখনত কেইবাটাও ম'হ থকা কম গৌৰবৰ কথা নহয়। মাঘবিহুত ম'হ যুজ চাবলৈ বগীদল, মেটেকা, জেৰেঙা পথাৰলৈ নগলেও হব। ইয়াতে দেখোন ঢেৰ ৰাইজ গোটখাব।

কথাবোৰ নোকোবাকৈযে মিনাৰামৰ মনত খেলাই গল। গাৱঁৰ লৰা-গাবঁৰ চনা পৰিস্থিতিৰ বাহিৰে আন কথা সি ভাবিব নোবাৰে। দৰ্কাৰো নাই। ভাল কৈ খেতিখন কৰি কেইমোনমান ধান বেচি নিমখ, তেল, চোলাকাপোৰৰ খৰচ উলিযাই খাই বৈ থাকিব পাৰিলে তাতোকৈ কি ডাঙৰ সুখ হব পাৰে। সুখ বিছাৰি গলে ৰজাৰ ঘৰ তো নাই। সুখ ইয়াতে আছে।

মান ধপাতৰ উৎকট গোন্ধটোৰ চেলেউ এটা সি হুপিবলৈ ধৰিলে। ধোঁৱাবোৰ তাৰ মুখৰ পৰা নিশ্বাসটোৰ লগতে মিলি বৰ বগা এসোঁপা হৈ ওলাই গল।

কি তৃপ্তি। অবসৰৰ এই চেলেউটোত।

বেলিটোৱে পূবত ভালকৈ লহিয়ালে।

সি ম'হটোৰ পৰা নামিল আৰু নিযঁৰে তিতি থকা নবাণীৰ তলৰ পৰা দলঘাঁহ এডাল এডালকৈ উলিয়াই ম'হটোক খাবলৈ দিবলৈ ধৰিলে। ম'হটোৱেও পৰম তৃপ্তিৰে খাবলৈ ধৰিলে। তাৰ ককালৰ খোছনাত ম'হৰ শিঙৰ পেঁপাটো আছেই। আজি সি বজোৱা নাই।

আৰু অলপ চৰাযেই সি জলপান খাবলৈ যাব। গলেও সি আজি বিলৰ কাষেদিহে যাব। ভকলাৰ জাযেকে তালৈ পানী আনিবলৈ যাওঁতে ঘূৰি ঘূৰি চায়। সিও তুই এবাৰ বিহুনাম নেমাৰি থকা নাই। তিৰীৰ মন এতিযাও বুজিব নোবাৰি,—কোন ছেগত কি কৰে। সেই কাৰণে যোবাকালি এদিন মাজতে বিলৰ ফালে ম'হ নিয়া নাই।

## দুই

মিনাৰামে ভাবিলে,—আজি সি বিলৰ পিনেই ম'হ চৰাই চৰাই যাব। আৰু তাইৰ মনটোও ধৰিব। ছোৱালীজনীলৈ তাৰ মনটো খাইছে হওঁতে। কিন্তু কামে কাজে বা কেনেকুৱা। অসমীয়া ছোৱালী তাঁত বব নেজানিলে মিছা,—গাঁৱৰ ছোৱালী ধান বানিব নোবাৰিলে কাম নাই। ককাঁলটো অৱশ্যে সুগঠিত,—হাত কিখনো মঙহহাল,—গাল খনো পুৰঠ আৰু পকা ঠেকেৰা যেন তেজে ফুটো ফুটো। গাটিও আটিল। গোটেই দেহাটোতে যৌবন উজানিভাতি কৰা যেন লাগে। মিনাৰামৰ যৌবনটো ৰৌ, ৰৌবাই যায়।

যদি মনে-প্ৰাণে মিলে তেন্তে বহাগ বিহুত পলুৱাইয়ে নিয়া যাব। ইমানকৈ ধন ভাঙি বিয়া পাতিব নোৱাৰি। লাগে পিছত তিনিকুড়ি টকা ভৰণী দি সমাজ বিয়া পাতি পেলাম। বিয়া পাতিবলৈ গলে

হাতীৰ কেবায়াও কম নহয়। সেই হাতাৰেই কেবেয়া লৈ যতীন বামুণ ৰজা হলহি। আগতে যযমানি কৰি খাওঁতেই দিন গৈাছল। গৰুৰ গাড়ীৰে যাবলৈ হলেও ছয় সাত খনৰ কমেৰে নোৱাৰি। ওচৰৰ বিয়া হল,—কিহল।

মিনাৰামে ম'হটো চৰাই নি নি বিলৰ কাষ পালেগৈ।

মিনাৰামে ম হটোৰ পিঠিৰ পৰাই ইফালে সিফালে এবাৰ চকু ফুৰাই চালে। চুমনিত মুগা পলু ৰখিবলৈ গোলাপ আছেহি। ঘাট টোৰ পোনে পোনে থকা হাবীখনত কোনোবাই গছ এজোপা কাটিছে।

ইফালে ভকলাৰ জীয়েক পখিলীয়ে কাষত কলহ লৈ ইফালে সিফালে চাই চাই ঘাটলৈ আহিবলৈ ধৰিলে। ঘাটৰ কাষতে কলহটো থৈ ঠিয় হৈ কাৰোবাক চাবলৈ ধৰিলে। ইফালে মিনাৰামে তাইৰ কাষতে দলনিৰ ওপৰত দীঘল দীঘলকৈ গঁজা ধান ঘাহঁৰ মাজে মাজে ম'হটো চৰাই আছে। পখিলীয়ে কবই নোবাৰে। তাই কাকো যেন নেদেখি কলহ পানীত বুৰালে। ইফালে মিনাৰামে গুন-গুনকৈ গুণগুণ কৰি বিহুনাম এযাৰ আৰম্ভ কৰিলে

"লুইতৰে বালি বগী ঢকে ঢকি
কাছই কণী পাৰে লেখি
গাত জুই জ্বলে সৰিযহ বাগৰে
ধনক পানী ঘাটতে দেখি।"

পখিলীয়ে সাউৎ কৰে ঘুৰি চাই দেখে মিনাৰাম। তাৰ পিছত নেদেখা ভাও জুৰি কলহ বুৰাই বুৰাই গাবলৈ ধৰিলে

চৰাই হালধীয়া পাখি বিনন্দীয়া
উৰিলে পাবলৈ নাই,
জীযাই থাকো মানে পীৰিতি কৰিবা
মৰিলে পাবলৈ নাই।

মিনাৰামে আকৌ এষাৰ নাম গীত জুৰিলে

"চাই নো চাই থাকিবৰ মনে ঐ লাহৰি
চাই নো চাই থাকিবৰ মন ,
চাই নো চাই থাকোতে গুচি ঐ নেযাবা
কেনেবা কৰিব মন" ।

পখিলীয়ে এষাৰ গাব খুজোতেই কেতিয়া যে পখিলীহঁতৰ চুবুৰীটোৰ বগিলীহঁতে পানী নিবলৈ ঘাটলৈ আহি সিহঁতৰ ভেকুভাওনাখন চাই আছিল ততেই ধৰিব নোৱাৰিলে। সিহঁতে কাবোবাৰ বিছনাম শুনি বাটৰ দাঁতিতে শুনি ৰ' লাগি বৈ আছিল। মিনাৰামে পখিলীয়ে কবই নোৱাৰে।

"কি অ' পখিলী,—মন খাইছে হবলা।"—বগিলীয়েই ক'লে ।

"কাক অ কাক? তোৰ মন খাইছে যদি,—তযেই যা,"— পখিলীযেও হাঁহি হাঁহি উত্তৰ দিলে।

আইডেৱে ক'লে—

"অ', সেযে হে—পুৱা গধুলী আমাৰ লগ এৰি অকলে অকলে বিললৈ আহ,—ভাল ধৰা পৰিলি।

"যা পাই যা,—তহঁতে কিখন যে নকৰ , পখিলীয়ে উচাৎ মাৰি পানী লৈ ঘৰলৈ গুচি আহিল। লগৰ আটাই কেউজনীয়ে কলহ ঘুৰাই ঘুৰাই হা হা কৈ হাঁহিবলৈ ধৰিলে।

পখিলীযে তলমুৰ কৰি গৈ গৈ অলপদূৰত মিনাৰামৰ ফালে ঘুৰি চালে। চাৰি চকুৰ মিলন হল। মিনাৰামে জলপান খাবলৈ বুলি ঘৰলৈ ম'হলৈ আহিল। ভোকত তাৰ পেটৰ কেচু কুমটিযে কলমৰিয়াৰ লাগিছে।

ঘৰলৈ আহি সি ম'হটো গোঁহালাতে বান্ধিলে।

তাৰ পিছত পুখুৰীটোতে জোবোৰা এটা মাৰি গা ধুই আহিল।

ডাঙৰ কাঁহি এখনত উতলা ভাত, কাষতে বেঙেনাৰ পিটিকা, জলকীযা পাঁচোটা কেচা আৰু কাঁহিৰ কাণত অলপমান নিমখ।

ডখৰি পিৰাখনতে বহি সি খাবলৈ বহিল।

জলকীয়াত কামোৰ এটা মাৰি পিটিকাৰে সি বৰ তৃপ্তিৰে জলপান খাবলৈ ধৰিলে। ভিতৰৰ পৰা মাকে,—"কিবা লাগেনে সক বোপাকন" বুলি সুধি সুধি থাকে।

"হৈছে,—হৈছে আইতা,—আৰু একো নেলাগে।"

মিনাৰামে তৃপ্তিৰে জলপান খাই উঠিল। তামোল এখন মুখত ভৰাই চেলেউ এটা সুপি সোলকা কুঠাৰখন শালি খৰি কেইডাল মান ফালিলে।

তাৰ পিছত ম হ লৈ ওলাই গল।

* * *

আবেলি ম'হ চৰাই আজি মিনাৰাম দোকানলৈ কিবাকিবি আনিবলৈ গল। দোকানখন বৰ আলীত হে আছে,—চেউনী-আলীটো য'ত লগ খাইছে। প্ৰায় তিনিপোৱা মাইল।

গাত সি এৰিযা চাদৰ খন মেৰিযাই তেলৰ বটল ছুটা আৰু কাপোৰ এখন লৈ নগৰলৈ যোবাৰ দৰে গৈছে। ভৰিখন ধুবলৈ সময়কে নেপালে। মূৰটো ফণিযাবলৈ হলে ছুপৰীযা বেলেগ সময় এটা লাগিব। তেলো মূৰত কাচিৎহে উঠে। ঠুটৰিত ছুই এডাল দাঢ়িয়ে ঠুটিযাইছে। গোঁফকোচা হলে অলপ জিলিকা হৈছে দেই।

বৰআলীত দেখাৰ মানুহ,—পথাৰৰ মাজৰ, গাঁবৰ চুকৰ সব বুঢ়ামেথা সকলো গোট খায়হি। অলপএন্ধাৰ হলে বুঢ়াবিলাকে যাৰে তাৰে ঘৰলৈ মেল মাৰিবলৈ সোমায। সৰু লৰাবোৰ খেলাধুলা সামৰি জুইশালত বহে। ডেকা জুমটো ৰাতি এডখৰলৈ থাকেই। চাৰিটা আলিৰ মূৰো সেইটো।

আলিমূৰটোৰ আগলৈ এটা পুৰণি আহোম ৰজা দিনীয়া ডাঙৰ পুখুৰী। ডাঙৰ গাঁওঁ এখনৰ মানুহে তাতে পানী খায়। তাৰে এটা পাৰত আহোমৰ নামঘৰ। আনটো পাৰত গৰীযাৰ সৰু খেৰি মছজিদ এটা। মাজৰ পাৰটোত পাঠশালা স্কুল।

ইযাতে দেশৰ ডেকা লৰাৰ জুম। চহৰ যেনেই লাগে।

পশ্চিমত তেতিয়াও বেলিটো মাৰ যোৱা নাই।

মিনাৰামৰ অলপ লাজ লাজ লাগিল। সি গৈয়েই থাকিল। দোকানলৈ আহিবলৈ হলে হে এই পিনে আহিব লগা হয়, সেইবুলি সি তাৰ লগৰ ডেকাবোৰক চিনি নোপোৱা নহয়। সিহঁতৰ লগতে ইও হাট-পোহাৰ কৰে, বিহুতলীত বিহুমাৰে, সকাম নিকামলৈ যায়। তেও যেন তাৰ লাজ লাজ লাগে। হাবিয়ে-হুছুঙে সোমাই থকা মানুহ এটাৰ ভৰ গাঁও এখনলৈ আহিবলৈ নতুন নতুন লাগিবই।

দূৰত থকাৰ পৰাই জুমৰ ডেকা এটাই মাত লগালে,—

"কিহে গোঁহাইডেউ,—দোকানলৈ আহিলানেকি ?

মিনাৰামে মতা শুনিছে,—এনেযে আকৌ মাত লগালে,—

"এ,—কি বুলিলে ?"

"বোলো দোকানলৈ আহিলা নেকি ?"

"এৰা, বুজিছে, চুটকামান কিবা লৈ যাওঁ"।

জুমটোৰ অন্য এজনে মাত লগালে,—মিনাৰামে আলিমূৰটো পাইছিলহি।

"অ,-মিনাৰাম,-বামশইচবোৰ কেনেকুৱা হৈছে অ' ?"

'জানো পাই,—মই সিপিনে যাবই পৰা নাই,—কৈ এৰিয়া চাদৰ-খন ভালকৈ মেৰাই লৈ আকৌ ক'লে,—

"বান্দৰে বোলে বৰ উৎপাত কৰিছে"।

তুষাৰ মান কথা পাতি চতাই আলিটোৰ দোকানখনৰ ফালে নামি গল।

সৰু জুপুৰী ঘৰ এটাই দোকান।

ঘৰটোৰ তুমূৰে তুখন চাং। এখনত থাকে ধান,—তুকানীয়ে সস্তাদৰত কিনি নগৰত বেছি দৰত বেচি লাভ কৰে। ইখন চাংত তেওঁৰ নিজেই বহা আসনখন। বহা ঠাইৰ কাষতে বহুদিনীয়া পুৰণি সৰু বাকচ এটা। তাত পইছা থয়। বহা ঠাই টুকুৰাত এখন বস্তা পৰা আছে। বাহৰ চাংখন তেনেই উদং হৈ পৰি আছে। মাটিৰ

ওপৰত চাপৰকৈ ৰাইঁৰ খুটা দি ঠেক, দীঘল তক্তাৰে বেঞ্চৰ নিচিনা কৰি তাতে থৈছে দালিৰ বস্তা, ৰহৰ, খেচাৰী, মচুৰ, হালধী, আলু, পিঁয়াজ, নহক, বস্তাবোৰৰ মাল বস্তাটোৰ প্ৰায় চাৰি ভাগৰ এভাগ। তাৰ তলত কেইটামান ইটাৰ ওপৰত নিমখৰ আধা বস্তা এটা,—তাৰ এটা চুকত সৰু কাঁহৰ বাতি এটা। নিমখৰ পানীবোৰ নিগৰি পৰিছে। তাৰ-ইফালে কেৰাচীন, মিঠা আৰু নাৰিকল তেলৰ টিং।

দোকান খনৰ মাল বস্তু সিমানেই।

খিড়িকী এখনো নাই। দুৱাৰ এখন,—কাণীদুৱৰাকৈ মেলা আছে। মানুহ বোৰে এটা মূৰ ঠেলি ভিতৰলৈ সোমাই আহে।

মিনাৰামে দুৱাৰখনৰ মূৰ এটা কেৰেক্ কৰে ঠেলি সোমাই গল। ভিতৰৰ মানুহ আটাই কেউটাই তাৰ ফালে ঘুৰি চালে। তাৰ লাজেই লাগি গ'ল। সি চাংখনৰ—এমূৰে ঠিয়হৈ ৰল।

দোকানীটোৱে কাক কি লাগে বুলি জোৰেৰে চিক্ৰ ৰি টপাটপ বস্তু দি যাবলৈ ধৰিলে। চাংখনত সাতজন মান মানুহ বহি আছিল। তাৰে দুজনমান ডেকা,—তিনিজন আদবয়সীয়া,—দুজন বুঢ়া। সৰু লৰা কেইটামানো বস্তু নিবলৈ আহি ঠিয় হৈ আছে। বয়সীয়াল আটাই কেউজনৰ গাতে এৰিয়া চাদৰ। দুজনৰ গাতহে খনিয়া কাপোৰ।

দিনৰ ভাগটিত দোকানখন বন্ধ থাকে। দোকানীয়ে পথাৰে-খমাৰে কাম কৰি ফুৰে। পুৱা আৰু সাঁজ লগা বেলিকাৰ পৰা ৰাতি এপৰলৈকে খোলা থাকে।

"কিহে গোঁহাই ডেউ,—কি লাগে কোৱাচোন,—দোকানীয়ে সুধিলে।

মিনাৰাম কেঁকো জেকো কৈ আগ বাঢ়ি গল। মিঠা তেলৰ বটলটো আগ বঢ়াই ক'লে,—"ইয়াত খোৱা তেল পাঁচ টকা দিয়া।"

পাঁচ টকা মানে গাৱঁৰ বজাৰত আধা পোৱাৰ আধা। দহ টকা

বুলিলে আধাপোৱা। অৱশ্যে পোন্ধৰ টকা, বিশ টকা নকয়। সেইখিনি এপোৱা, আধেৰ বুলিয়েই কয়। সেইটো গাৱঁৰ কোনোবা পুৰুষতিৰ পৰা চলি অহা জোখ।

তাৰ পিছত কেৰাচীন তেল এপোৱা, দাইল দহ টকা লৈ পইছা দি মিনাৰাম ওলাই আহিল তেতিয়া বাহিৰত চোৰে চৰ মাৰিলেও নেদেখা এন্ধাৰ।

গোটেই বাটটো আহোঁতে তাৰ ভয় লগা নাই। বৰ আইঁত জোপাৰ তল পাওঁতেহে তাৰ বুকুখন অলপ কঁপি উঠিছিল। তাত বোলে ভূত থাকে,—মানুহে কোৱা সি শুনিছে।

ঘৰত সোমাই মাকৰ হাতত বটল আৰু দাইলখিনি দিলে।

মাক থৰল বৰল অৱস্থাৰ নহলেও কুঁজ পৰো পৰো হৈছে।

বুঢ়ীয়ে ভাত ৰান্ধিছে।

মিনাৰামে লোটা এটাত পানী লৈ ভৰিখন ধুই চোতালত ডাঙৰ ডাঙৰ কাঠৰ টুকুৰাকে দক্ দক্ কৈ লগাই থোৱা জুই কুৰাৰ কাষতে গৰ এডালৰ ওপৰতে বহি জুই ফুবাবলৈ ধৰিলে। ভতিজাক কণমইনাযো বহিছে। মাজু ককাযেকে কাষতে বহি কাঠি-কামি তুলিছে। সৰু বৌয়েকে দালিখিনি আনি খৰাহী এটাত ধুই বুঢ়ীক দি আহিলগৈ। লাই শাকেৰে দালিৰ আঞ্জা খাবলৈ যোতি লাগি পৰিব।

বুঢ়ীয়ে ভাতৰ কেৰাহীখন দমাই দালি পাতি দিলে।

দালি ৰন্ধা হলত বুঢ়ীয়ে সকলোকে কাঁহিযে কাঁহিযে ভাত বাঢ়ি দিলে।

আখলৰ কাষৰ কোথালীটোতে দুই ভাই ককায়েকে ভাত খাবলৈ বহিছে।

কাঁহি ওপচি যোৱাকৈ একাঁহি উতলা ভাত আৰু বাতিত দালি লাই শাকৰ আঞ্জা।

জলকীয়া আৰু লোন।

দুয়ো ককায়েক ভায়েকে পৰম তৃপ্তিৰে খাবলৈ ধৰিলে।

কণমইনাই বাপেকৰ ওচৰতে ধৰা এখনত বহি ভাত খাইছে। কণমইনাই ইফালে সিফালে চাই খাবলৈ ধৰিছিল, বাপেকে তালৈ চাই ক'লে,—

"দোকানৰ দাইল ,—আৰু কিহৰ ভঁজা লাগিছে"

দোকানৰ দাইল খাইছে যেতিয়া বেলেগে পিটিকা এটাও নেলাগে।

খাই অতালত সকলোবে শুবলৈ দিহা কৰিলে।

মাজু ককাযেকৰ এখন পুৰণি চাৰি আছে। তাৰ ওপৰত দুখন চতি থৈলা পাৰিলে। দুটা পুৰণি লেতেৰা গাৰু, শিমলুতুলাৰ। তেল চিকটিৰে গেলেপ মাৰি আছে। আৰু এখন ছকঠীযা।

বুঢ়ীৰ টাপলি মাৰি সিঁ লোৱা এখন সিযঁনি এৰাই থোবা কেঠা। তাত গোন্ধ ওলাইছে। তাৰ ওপৰত পাৰি লৈছে কুঁচিমুচিকৈ সিলোঁবা কাপোৰ এখন।

মিনাৰামৰ গাৰুও নাই। ডখৰি পিৰা এখনকে মূৰ শিতানত দি লৈছে। পাৰি লৈছে কেইখনমান ধৰা। তাৰ ওপৰত এখন পাতল কাপোৰ। গাত লৈছে এৰিযা চাদৰখন আৰু এখন ছকঠীয়া।

নিশুতি নিশাৰ দুৰ্ঘোৰ টোপনীত সকলোৱে নিকাঁত মাৰিলে।

পুহৰি পুহৰি হওঁতেই মাজুবোৱেকে সাৰ পালে। মিনাৰাম ইতিপূৰ্ব্বেই ম হলৈ ওলাই গল। তাৰ শেতেলীখন বৌবেকে সামৰি-সুতৰি থলে। বৌবেকে বাঢ়ণী এডাললৈ চোতালখন সাৰিবলৈ লাগিল। মাজু ককায়েকেও সাৰ পালে। কণমইনাও উঠি আহি পিৰালিত বহিছিল জুই একুৰা জলাই।

ইখন সিখন কঁৰোতে মেলোতে ঘৰ-গৃহস্থৰ গোটেইখনেই সাৰ পালে। ঘৰ চোতাল সাৰি অতালত বোৱাৰীয়েক গল পানী আনিবলৈ। সেইফালে শৌচকৰ্মাদি কৰি গাটোও জোবোৰা মাৰি ধুই আহিল।

বুঢ়ীয়ে তেতিয়া খপজপ কৰি উঠিছেহে।

মাজু ককাযেকে বাটটোৰ ঘাঁহখিনি চুকুকিবলৈ ধৰিলে। কণমইনাই ছাগলীজাক মেলি দিলেগৈ।

পুবাৰ গাৱঁৰ এখন ব্যস্ত সংসাৰ আকৌ আগদিনাৰ দৰে আৰম্ভ হল।

বুঢ়ীযে মেখেলা এখন লৈ পিছফালৰ সৰু খাল যেন পুখুৰীটোলৈ গাধুবলৈ গল। তাত ভৰি হাত ধুবলৈ এখন বাঁহৰ দলং আছে।

আহোম মানুহৰ নিয়ম পুবা গা-পা নুধুৱাকৈ ৰান্ধনী পাক ঘৰলৈ সোমাব নোৱাৰে। জীযৰী, বোৱাৰীতো গাধুলেও সোমাব নোবাৰে। লাগনি-পাচনি যি হয়,—বাহিৰৰ পৰাই বুঢ়ীক যতনাই দিব লাগিব। লৰাবিলাকে, পুৰুষ বিলাকে গাধুলে আখললৈ সোমাব পাৰে। বুঢ়ীৰ বাহিৰে ঘৰটোত কোনেও ভাত ৰান্ধিব নোৱাৰে। বুঢ়ীৰ অসুখ-বিসুখ হলে পুৰুষে ৰন্ধাবঢ়া কৰিব পাৰিব। অৱশ্যে ৰান্ধনী ললে বোবাৰীযেকেও পাৰিব। সাধাৰণতে ঘৰৰ বুঢ়ীজনীয়েই মূল ৰান্ধনী।

বুঢ়ীযে কলৰ-জপৰ কৈ গৈ দলংখনৰ মূৰতে ৰল আৰু দলংখনতে মেখেলাখন থলে। তাৰ পিচত সৰু হাবীখনতে বহি শৌচ কৰিলে। তাৰ পিছত হাতৰ কাজলিৰে চাৰি কাজলি মান পানী পুখুৰীটোৰ পৰা তুলি পিঠিৰ গলধনটোৰ ফালে পেলাই দিলে। মুখখন, হাতদুখন কিলাকুটিলৈকে, ভৰিখন সৰু গাঁঠিলৈকে ধুই বুঢ়ী উঠিল। মেখেলাখন তেতিযাও বুকুত মেথনি মৰা আছে।

পুহমাহৰ কিন্‌কিনীয়া জাৰত বুঢ়ীয়ে থৰ থৰ কৰি কঁপিবলৈ ধৰিছে।

তাৰ পিছত মেখেলাখনসলাই বুঢ়ী ঘৰলৈআহিল। বোৱাৰীয়েকে পুখুৰীৰ পৰা চাউলৰ খৰাহী ধুই আনিছে।

বুঢ়ী খপজপকৈ ভিতৰ সোমাই আখলখন মাৰি জুইকুৰা জলালে।

খনিয়া কাপোৰখন গাত লৈ বাহিৰৰ পৰা যতনাই দিয়া

চাউলখিনি ললে। কাপোৰ খনৰ আগটোৰে চকুৰ কোণৰ ফেচঁকুৰি খিনি মচি মচি বুঢ়ীয়ে চৌকাত কেৰাহীখন পাতি ভাত বহাবলৈ বহিল।

"হেৰ আই, শাকখিনি কুটিলিনে?" বুঢ়ীয়ে আখলৰ পৰা সুধিলে। বোৱাৰীযেকে উত্তৰ দিলে,—

"কুটিছো আইতা"।

শাক কুটি বোৱাৰীয়েকে জলকীয়া চিঙিবলৈ গল।

কণমইনাই অ, আ জোতাইছে। ভনীয়েক আইডেৱে বগোৱাবাই ফুৰিছে। বুঢ়ীযে খুন্দনাত তামোল খুন্দি, হামিয়াই, ভাত ৰান্ধিবলৈ লাগিল।

জুইৰ পোহৰত বুঢ়ীৰ মুখখন এবাৰ পোহৰ হৈছে,—এবাৰ এন্ধাৰ হৈছে। গাল দুখন সোতোৰা-সোতোৰ পৰিছে। চকুৰ কাষত ছালখিনিত কোঁচ পৰি যোৱাত চকু দুটা জুইৰ পোহৰত কিবা এটা লৰচৰ কৰি থকা যেন দেখি। বুঢ়ীৰ বৰণটো এতিয়াও চকৃচকি বগী,—হাতদুখনত সুঠাম গঢ নিয়ঁৰিকৈ আছে। কেৱল কোঁচ পৰিহে বাৰ্দ্ধক্যৰ পৰিচয় দিছে। হাতখনৰে খুন্দনা বাৰিডাল ধৰি তামোল খুন্দোতে ওপৰৰ গাছোৱাও লাচতে হালি গৈছে। বুঢ়ীৰ চুলি বাবৰি সৰু খোপা এটিও নহয় বান্ধিলে। চুলিবোৰ সিচৰিত কহুৱাৰ আঁহৰ দৰে কপহুৱা।

বোবাৰীয়েকে তেতিয়াও কাম কৰি অন্ত কৰিব পৰা নাই।

ডাঙৰ টৌ এটাৰ তলত জুই একুৰা ধৰি ধান সিজাইছে। তাৰ পিছত ঢেকীত ধান পেলাই খুন্দিবলৈ ললে।

মাজু-পুতেকে গাধুই আহি জলপান খাবলৈ বহিল।

সকলোকে খুবাই বোৱাই বুঢী ভাতচকৰ পৰা ওলাল।

তেতিযা ৰদজাক ফট্ফটিযাকৈ ওলাইছে।

বাহিৰৰ ৰদকাচলিত বুঢ়ীয়ে ৰদ লবলৈ বহিল। অকণমানি আইডেৱে বগুৱাবাই আহি বুঢ়ীৰ গাত বগাই উঠিল।

"মাঘ বিহুলৈ আৰু কেইদিন আছে,—আইতা" ? মিনাৰামে ম'হটো গোঁহালীত বান্ধি থকাৰ পৰাই সুধিলে।

"জানো, কেইদিন আছে,--আজি পুহৰ একুৰি আঠদিন।" বুঢ়ীয়ে হাতত্থখন বদলৈ আঁৰ কৰি মিনাৰামলৈ চালে।

"ই পালেহিয়েই , পিছে পিঠাপনা খাবলৈ চাউল উলিয়াইছেনে নাই ?

"উলিযাইছো, উলিয়াইছো,—সৰুডেকা "উল্লাসত ভিতৰৰ পৰাই মাজুবোৱেকে মাত দিলে। বুঢীয়ে ক'লে,—"ধান বেচাৰ পইছাৰ পৰাই বজাৰৰ পৰা মাছ এটা কিনিলৈ আহ, ঘৰত ভোজ খাবলৈ।"

## তিনি

মাঘৰ বিহুলৈ আৰু তিনিদিন আছে।

ঘৰখনত বিহুৰ খদমদম লাগিলেই। বোৱাৰীযেকে সকলো কাম বন কাতি কৰি চাউল উলিওৱাত লাগিছে। চিৰা, পিঠা, সন্দহ, চুঙাপিঠা আদি নানান খোৱাৰ আযোজনত তিনিদিনৰ পিছত ব্যস্ত হৈ পৰিব।

বুঢীৰ মনটো লোভত লিকৃলিকালেই।

অহা বিহুত ক'ত, ক'ত, কেই যোৰা ম'হ যুঁজ হব,—মিনাৰামে বাতৰি যোগালেই। জেৰেঙা পথাৰ, বগীদল, গডচিকা, মেটেকা, ৰমাটি,—অন্তই নাই।

ম'হটোক এবেলা এবেলা ঘাহঁৰ বোজা দি মিনাৰাম মাঘবিহুৰ মেজিৰ খৰি কটাত লাগিল। তাৰ লগত কোঁৱৰ, ফুকনৰ ঘৰেও যোগ দিছে। বৰআলীৰ বৰপুখুৰীৰ পাৰত সিহঁতে মেজি পুৰিব। পাৰত সকলৈ জুপুৰী ঘৰ এটা সাজিছে। তাতে নিশাটো জুম খোৱা বাইজে বজাৰৰ পৰা অনা মাছেৰে ভোজভাত খাই শুই থাকিব।

বোৱাৰীযেকৰ তো খৰধৰ লাগিলেই। মিনাৰামৰ গাতো তত নাই।

দিনৰ দিনটো ফলা খৰিবোৰ মিনাৰামৰ আৰু তাৰ লগৰ কোঁৱৰ, ফুকনহঁতে বৰ পুখুৰীলৈ কান্ধত বৈ কটিয়াবলৈ ধৰিলে।

মেজিপূৰাত বেছি মানুহ নহলে ৰগৰ নাই,—আনন্দ নাই।

তাৰে তিনিজনে মেজি জপাত লাগিল।

মাজতে কেচা গছ এডাল মেৰুদণ্ড কৰি সিহঁতে খৰি জাপিবলৈ ধৰিলে। মিনাৰাম আৰু অন্য তিনিজনে খৰি কাঠ কটিযাবলৈ ধৰিলে।

কান্ধ চিণ্ডি গৈছে,—তথাপি ৰদ নাই।

সন্ধ্যা হয হয মানে মেজি জপা হৈ উঠিলগৈ। খৰিৰ ফাঁকৰ মাজে মাজে গাঁঠি থকা কেচা সৰু বাঁহ সুমুৱাই দিলে। জুইত পুৰিলে হিলৈ ফুটা দি ফুটিব এজনে জুপৰীঘৰটোৰ আগডোখৰ চাফ কৰিলে। ককাযেকহঁতে তেতিযা বজাৰৰ পৰা মাছ লৈ আহিছেহে। তাৰে কেইজনমানে মাছটো কুটাবচাত লাগিল। কেইজনমানে সৰু টৌটো ধুই ভাত ৰান্ধিবলৈ যোজা কৰিছিল। লৰামখাই ইখন সিখন কৰিবলৈ ধৰিলে। নিশালৈ এখন ভোজেই।

খোৱা-বোৱাত কোঢাল লাগি গৈছে।

ভোজ খাই সবেই যেতিযা গেৰু গেঠু হৈ পৰিল তেতিযা শুবলৈ হে মন কৰিলে। আৰু দুঘণ্টামান হে বাকী। কুকুৰা ডাকত উঠিবই লাগিব।

সকলোবে যেযে যেনেকৈ পালে বাকী দুঘণ্টা যেনেতেনে শুই ললে।

অৰ্থাৎ এই দুই ঘণ্টাৰ ভিতৰতেই সবেই দুৰ্ঘোৰ টোপনীত নিমগ্ন হৈ পৰিল। ভাত খোৱাৰ আগতেই সববে টোপনী আহিছিল, এতিয়া আৰু ভোজ ভাত খাই ঠেক গেৰু হৈ টোপনীয়ে ভালকৈ হেঁচা মাৰি ধৰিলে। পৰি দিয়াৰ লগে লগে ডটা মাটিও যেন সুকোমল, মোলায়েম শেতেলীহে হৈ পৰিল।

প্ৰথম কুকুৰা ডাকটো দিওঁতেই এটাই সাৰ পালে,—বুঢা সি। সি জগাই দিলে সবকো ইটোক জগাইছে,—সিটোক জগাইছে হে,—কিন্তু কোনেও নুঠে। বিহুৰ কথা মনত পৰিও কাৰো যেন কাণ সাৰেই নাই।

বুঢাই মিনাৰামক জগালে। মিনাৰাম ঘপহ কৰে উঠিল। সি উঠিযেই এটা ডাঙৰ ৰিং মাৰিলে,—"উঠঁ ঐ লৰাহঁত" বুলি।

তাৰ চিঁঞৰত দুটা ডেকাই সাৰ পালে। কিন্তু সিহঁতৰ উঠিবৰ মন ন গৈছিল। দিনৰ দিনটো খৰি কাঠ কটিয়াই গোটেই গাটোতে এটা বিষ উঠিছে। কিন্তু আগন্তুক মেজি পুৰা স্ফুৰ্ত্তিটোৰ কথা মনত পৰি দুযো একেচাবেই উঠিল আৰু সৰু লৰা জাকক জগাই দিলে।

এটা এটাকৈ গোটেই লৰাৰ জাক শেতেলী এৰি উঠি পৰিল। কিন্তু উঠিল হয,—যিহে হিম-চেঁচা বাহিৰ খন। তাতে বগা কুঁবলী। এৰাকে নেদেখায। মেজিটো ক'ত আছে,—ধৰিবই নোৱাৰি।

মিনাৰামে গৈ মেজিৰ তলত জুই দিলে।

জুই দিযাৰ লগে লগেই গোটেইবুঢা আৰু লৰাজাকে একেসুৰতে চিঞঁৰি উঠিল,—

"জয হৰি বোলয,—জয ৰাম বোলয.

মাঘৰ প্ৰথম পুবাই সহাৰি দিলে নিশা শেষ হৈ হৈ।

সিহঁতৰ জয হৰি বোলয, জয ৰাম বোলয ধ্বনিযে বৰ পুখুৰীটোৰ পাৰটোত নিনাদ তুলিলে। লগে লগে মেজি দুৰ্জয আকাৰে জ্বলিবলৈ ধৰিলে। জুইৰ শিখাই লেলিহান তুলি আকাশ পোহৰ কৰি তুলিলে। মাজে মাজে কেচা বাঁহ ফুটাৰ হিলৈ ফুটা যেন শব্দ। লগে লগে লৰাজাকে একবাক্যে চিঞঁৰি উঠিল,—"সেই জাঁই গল," "আৰু এজাঁই" বুলি চিঞৰ এটা মাৰি মিনাৰামে দীঘল কেচা বাঁহটো জুইৰ মাজৰ পৰা উলিযাই পুৰা ডোখৰ দাৰে কাটি জুইত আকৌ সুমুৱাই দিলে। লগে লগে আকৌ এটা হিলৈৰ যেন শব্দ হল। লৰাবোৰে চিঞঁৰি উঠিল, "ন' জাঁই।"

তাৰ পিছত সবেই বৰ পুখুৰীৰ পানীত জপিয়াই জপিয়াই পৰিবলৈ ধৰিলে। এটা এটা জোবোৰা মাৰি আকৌ আহি মেজিৰ জুইৰ কাষত ঠিয় হল। আকৌ হিলৈৰ দৰে বাঁহ ফুটাৰ শব্দ,—জুইৰ ফৰ ফৰ্ শব্দ। গোটেই লৰাজাকে একবাক্যে চিঞৰি উঠিল,—

"জয় হৰি বোলয়, জয় ৰাম বোলয।"

গা ভালকৈ শুকাবলৈ নো পাঁওতেইআকৌগোটেইজাকে পুখুৰীত জপিযাই পৰিল। আৰু জোবোৰা এটা মাৰি আহি আকৌ মেজিৰ কাষত ঠিয় হল। লগে লগে হৰিনাম, ৰামনাম , বাঁহফুটাৰ শব্দ।

চাওঁতে চাওঁতে বিৰাট আকাৰ মেজিটো জ্বলি পুৰি এটা ছাইৰ স্তুপত পৰিণত হল। কুণ্ডটোত আছে কেৱল দক দক্কৈ জ্বলি থকা ৰঙা ৰঙা অঙঠাৰ ডোখৰ বোৰ। পুৱঁতি নিশাৰ টেটুফলা চিঞঁৰ, মেজিৰ জুইৰ গুমগুম অগনি সকলো লাহে লাহে সাম কাটি আহিল।

তেতিযা পূব আকাশৰ তল ছোবা ক্ষীণ পোহৰ এছাটিযে পুহৰি পুহৰি কৰি তুলিছে।

লাহে লাহে সকলোবে ঘৰাঘৰি যাবলৈ দিহা কৰিছে। মিনাৰামৰ ককায়েকে তাক চিঞঁৰি আদেশ দিযাৰ দৰেই ক'লে,—

"মিনাৰাম। ম'হলৈ যা অ'।"

বেলি লহিযাবলৈ বেছি পৰ নায়েই।

জা-জলপান খাইয়েই আকৌ যাব লাগিব ম হযুঁজ চাবলৈ। কম ৰাইজ গোট খাবনে বগীদল, মেটেকাত। প্ৰজাৰেই পথাৰ ভৰি পৰিব।

কিন্তু মিনাৰাম ভুৰলৈ যাব নোবাৰে। গাঁবৰ ম'হ কেইটাৰে সি যুঁজ চাব। যুঁজকেই চাবনে? ম'হ সি নিজ হাতে মেলি দিব লাগিব অন্য ম হৰ লগত যুঁজিবলৈ। যুঁজ কৰাবলৈ হলেও সি ম'হটোক ভুডালমান দ'ল ঘাঁহ খুখুৱাই পাৰিবনে।

তেলটোকা ঘঁহি, মূৰত সেন্দুৰ দি সি সজাই পৰাই নিব।

বেলি এপৰেই হলহি।

সিফালৰ সৰহ ম'হৰ যুঁজ চাই ঘুৰোতেহে ৰাইজে ইয়াত ম'হযুঁজ চাবলৈ আহিব। মিনাৰামে এবাৰ দলঘাঁহ আঁজুৰিছে,—এবাৰ কাঁড যোৱাদি যোবা আলিটোৰ সিমূৰলৈ চাই পঠিয়াইছে।

ৰাইজ ঘূৰোতে পলম হব নেকি আজি আকৌ।

তাৰ মনটো থিৰ হব পৰা নাই। সি মাথো জুমে জুমে মানুহ সিফালে যোবাহে দেখিছে।

তাৰ মনত পৰিলে পখিলীলৈ। তাই যে তাক লোকে এবা চুমনিখনতে লগ দিম বুলি কৈছিল। সেইফালেও পাক এটা মাৰিব লাগিব। এই ম হ যু জখন বা কেতিয়া শেষ হয়।

গুণ গুণ কৈ সি বিহু গীত এটা গালে।

বিহুনামটোৰ ভাবৰ বুৰবুৰণিত বুৰ গৈ থাকোতে তাৰ ভালকৈয়ে পখিলীলৈ মনত পৰি গল। ম হযু জৰ কথা সি পাহৰি এতিয়া পখিলীৰ কথাহে ভাবিবলৈ ধৰিলে।

আহ। পখিলীয়ে তাক ভালপায, বহাগৰ বিহুত তাৰ লগত পলাই আহিম বুলি কৈছে। কমখন ভাগ্যৰ কথানে। এই হেন এজনী গাভৰু ছোবালী, উঠঙা বুকু, ওফন্দা গাল। তাৰ লগত থাকিব, তাৰ বুকুত তাইক এবুকু কৰি পাব। সি যেন ডেকা হৈছে,—উপযুক্ত হৈছে, দহজন গাঁওগঞাৰ দৰে থাকিব পাৰিব। তাৰ সেই ম'হ চৰাই থকা কেৰেলীযা গৰখীযা মনটোৰ কথা সি পাহৰি পেলায। আহ। কি আপডালৰ জীৱন।

আৰু তাইৰ গোটেই দেহাত ৰো ৰৌকৈ বৈথকা যৌবনেটো। আহ। জীবন তোৰ ওচৰত মই কৃতজ্ঞ।

তাৰ পিছত তন্ময়তাৰ পৰা হঠাৎ ম'হটো ঘুৰাবলৈ চাই দেখে, আঁঠুলৈকে খিচখিচীযা বোকাৰে তাৰ শৰীৰটো, বোকাপানীৰ ৰং লাগি বৰণ সলোবা ককাললৈকে কোচাই লোৱা চুৰিয়াখন, মূৰৰ চুলি জটলা, তেলৰ অভাৱত এটা বৰণেই ধৰিছে।

তাৰ মনটো এনেয়ে সৰু হৈ যায়।

"হেইৰা গোঁহাই ডেউ, মহ'যুঁজ ইযাতো হবনে ? সিফালৰ পৰা ম'হ যুঁজ চাই ঘৰলৈ ওভতা আলিবাটৰ পৰা কেইজন মান বাটৰুৱাই সোধে।

"হব, হব হেৰি, ৰাইজ গোটখালেই হব,"—বগাদলত কেই যোৰাৰ যুঁজ হল,—মিনাৰামে এ হাতে ম'হটোৰ নাকীডাল ধৰি থাকি বাটৰুৱা লৈ চাই সুধিলে।

"বগীদলত সাত যোৰা হৈছিল। প্ৰথম দু যোৰাই পাঁচ খুন্দালৈকে দিলে। তাৰে এটাক তাতে শিঙেৰে খুছি মাৰিলে। চতুৰ্থ যোৰাই আকৌ একৈছ খুন্দা লৈকে দিলে পিছত ৰাইজে গোট খাই এৰুবাই দিলে।

"ম'হ এটাহে মৰিল নেকি ?'

"এটাহে মৰিল,—সিফালে মেটেকাৰ ফালে দুটা মৰিছে বুলি শুনিলো।"

বাটৰ লগৰীযা জনে সুধিলে,—

"হয নে গোঁহাই ডেউ,—ইযাতনো কেই যোৰা ম হ আছে ?"

মিনাৰামে ইফালে সিফালে চাই লেখ কৰি অমুকাৰ এটা, তমুকাৰ এটা কৈ চাৰি যোৰাৰ হিচাব দিলে আৰু আটাই কিঘৰে যুঁজাব বুলিও ক'লে।

লাহে লাহে ৰাইজ গোট খাবলৈ ধৰিলে।

চেউনি আলি, বৰ আলি দুইটাতে বিৰ-দিও বাট উলিযাব নোৱাৰা মানুহ গোট খাবলৈ ধৰিলে। পথাৰত চৰাই থকা মিনাৰাম আৰু তাৰ গলধন ধৰা ম'হটোক সবেই এক দৃষ্টিৰে চাবলৈ ধৰিলে আৰু কোবাকুই কৰিবলৈ ধৰিলে,—

"খাই বৈ তাজা হৈ আছে কিন্তু দেই।

"দিব ডেউ কেবাখুন্দা।"

"খুন্দা কেইটা ঠিক দিব পাৰিব দেই,—খাই বৈ তাজা হৈ আছে।"

"ইয়াৰ লগৰটোও এনেকুৱাই গলধন ধৰা হব লাগিব্ একা, তেহে দুই বীৰৰ ফাঁই চাবা , একেবাৰে দলদোপ-হেন্দোলদোপ কৰি থাকিব নহয় ।"

এজন খুঁহুতীয়া সুৰতে ক'লে,—"ভীৰ দি নপলালেহে হৈছে ।"

ঢেক ঢেক্ কৈ গোটেই জাকে হাঁহি উঠিল।

ইতিমধ্যে, সিফালৰ পথাৰ খনৰ পৰা এটা বলী, গলধনৰ মঙ্গ'হত লৰিব চৰিব নোবৰা ম হ এটা চাৰি-পাঁচোটা মানুহে লৈ আনিছে সসন্মানেৰে। ম'হটো জিকিলে গিৰিহতঁৰ কম যহ হবনে। দেশৰ ৰাইজে মুখে মুখে যহ গাব। কিন্তু ম হ গিৰিহতঁৰ মূল বুঢ়াজনৰ মনটো অলপ মৰা। ম হটোৰ কিবা হলে গোটেই গৃহস্থৰে এবছৰ লৈ মৰণ।

লাহে লাহে ম হটো আনি আনি পথাৰৰ মাজ পোৱালেহি। মিনাৰাম হতঁৰ ম হটোও ককায়েক আৰু মিনাৰামে দুযো টানি নি ওচৰ পোবাইছেগৈ।

গোটেই ৰাইজৰ নিস্পলক চকু,—দূৰলৈ,—পথাৰৰ মাজৰ ম'হ দুটালৈ। চাবৰ বাবে সবেই উদ্বিগ্ন হৈ পৰিছে।

লগে লগে দুইটা ম হৰ নাকী মেলি দিযা হল।

নাকী মেলি দিযা মাত্ৰকে দুইফালৰ পৰা খণ্ডত দিগ্বীদিক জ্ঞান শূন্য হৈ থকা দুটা ভীমাকায জন্তুৱে শৰীৰৰ সৰ্ব্বশক্তি প্ৰয়োগ কৰি শিঙে শিঙে খুন্দা দিলে, "খটাক,—খটাক।"

ইফালে হেজাৰ ৰাইজৰ একমুখে,—কিৰিলি, চিঞৰ আৰু হাঁহি। গোটেই ঠাই ডোখৰ,—ওপৰৰ আকাশ,—চিঞঁৰত গগন-ফলা যেন হল।

যুঁজৰ পৰা ক্ষণিক ক্ষান্ত থাকি জন্তু দুটাই আকৌ ইটোৰ সিটোৰ প্ৰতিশোধ লবৰ নিমিত্তে সৰ্ব্বশক্তি প্ৰয়োগ কৰি এটা দুৰ্জ্জয় খুন্দা দিলে। খুন্দাৰ শব্দ শুনি ৰাইজ আকৌ চিঞঁৰত গগন ফলা যেন কৰিলে। চিঞঁৰ শেষ হোবাৰ আগতে আকৌ দুৰ্জ্জয় শব্দত এটা খুন্দা মাৰিলে।

কিন্তু এই খুন্দাত বিপক্ষৰ ম'হটোৱে মিনাৰামহতঁৰ ম'হটোৰ ডিঙিৰ তললৈ শিং ইমান গভীৰলৈ বহুবাই দিলে যে সি লৰ চৰকে কৰিব নোৱাৰা হল। তাৰ পিছত এটা চেলু লৈ মিনাৰামহঁতৰ ম হটো উলটি ভীৰ দি সি লৰ দিলে,—তাৰ ভয়ত ৰাইজ বাট এৰি পলাবলৈ বাধ্য হল। পিছৰ ম'হটোৱেও আগৰ ম হটোৰ পিছে পিছে খেদি বিশ্বাশবদে লৰ দিলে।

সমূহ ৰাইজ লৰ দিয়া ম হ দুটাৰ ফালে একেথিৰে চাই ৰল।

ভালেমান বাট যোবাৰ পিছত ম হ দুটা ঘুৰাই আনি দিহাদিহি ঘৰলৈ লৈ গল। মিনাৰামৰ মুখখনত মোলান ভাব।

ম'হটো লাহে লাহে নি নি সি আগচোতালতে বান্ধিলেগৈ। তাৰ ওচৰুতে ঠিয় হৈ ম'হটোৰ গাটো সি পিহি দিবলৈ ধৰিলে। গোটেই গাতে তাৰ হাত ফুৰাবলৈ ধৰিলে। ম হটোৰ প্ৰতি সি কেনেকৈ মৰম দেখুবাব,—ভাবি ভাবি,—সি লৰি গৈ ঘাহঁ এ বোজা আনি তাৰ মুখত দিলে। আৰু মনে মনে ভাবিছে —ম'হটোৱে জিকিব ক ত,— হাৰিহে আহিলে। ঘুণো লগাই আহিলে।

মাজু ককাযেকে দ্বৰব এটা বাতি আনি ঘঁা ডোখৰ ধুই তাত প্ৰলেপ দিলে। মিনাৰামে কল থোৰ এটা ফুকন চুঙা কৰি জুইত সেকি সেকি ঘাটোত বো'বা দিবলৈ ধৰিলে। ঘৰৰ বোবাৰী, বুঢ়ী আৰু লৰাছোবালী সকলোবে নিৰবে ঠিয় হৈ চাই আছে। ম'হটোৰ প্ৰতি সিহতৰ সহানুভূতি সিহঁতৰ চকুবে মুখে ফুটি উঠিছে।

মিনাৰামৰ এতিযা কাম এটা বাঢ়িল। ম'হটো চৰাবলৈ লৈ যোবা আৰু নিযমমতে দ্বৰব লগোবা।

লাহে লাহে ম'হটোৰ ঘাটো শুকাই আহিবলৈ ধৰিলে।

মিনাৰামৰ এতিয়া ম'হটোৰ ঘাটোৰ কথা পাহৰি মনত পৰিল তাৰ পখিলীলৈ। আজি সাতদিন হল,—সি তাইক লগ কৰা নাই।

বিহুৰ দিনাই লগ পাবলৈ কৈছিল , কিন্তু ক'ত প্ৰথম বিহু,—আজি সাতদিনেই হৈ গল ।

আজি সি বিললৈ ম'হ নিবই ।

তাৰ মনটোত গাঁজিছে,—সন্দেহো হৈছে । হওঁতে তাই নেপাহৰে ঠিক । কিন্তু যোবা সাত দিনৰ ব্যবধানে তাক বহু দূৰলৈ লৈ আহিলে । কিবা অচিন অচিন যেন লাগি গৈছে । হয়তো কিজানি খঙেই খাই গৈছে ।

সি এতিয়া কথা পাতিলেও তাইৰ মন চাই হে কথা পাতিব ।

সি ম'হ নি নি বিল পোবালেগৈ ।

কেউ ফালে সি ঘুৰি ঘুৰি চালে,—কোনো ক তো নাই । এই আবেলি ডখৰত নো কোনেও পানী নিবলৈ আহিৰ নেপাযনে ? সি পখিলীহঁতৰ ঘৰৰ তুবাৰৰ মুখলৈ'ক চালে,—পছুলী মুখলৈকে কোনো জনপ্ৰাণীৰে চিহ্ন নাই ।

মিনাৰামে অন্য ফালে চাই চাই ম হ চৰাবলৈ ধৰিলে । তেনেকৈ লোকৰ পছুলীমুখলৈ চাই থাকিলে মানুহে কি বুলিব ।

দূৰৰ আকাশখন লৈ সি চালে,—বগলীবোৰে হাবী বোৰৰ ওপৰেদি কোনোবা অজ্ঞাত বিলৰ পৰা ঘৰমুবা হৈ উৰি গৈছে,—ঘৰ বিছাৰি । মিনাৰামৰ মনো যেন সেই ফালেদি উৰি যাবৰ ইচ্ছা হল । যেনিবা তাইৰ অবিহনে এই জীৱন অসাৰ । যেন তাইৰ প্ৰতি থকা তাৰ কামনাটোৰ অবিহনে তাৰ জীৱনটো সুদা,—অৰ্থ-হীন ।

বেলি তেতিয়া পশ্চিমত ঢলি পৰিছে ।

এনেতে সি দেখিলে—পখিলীযে কাষত কলহ লৈ বিললৈ আহিব লাগিছে । মিনাৰামে ভাবিলে,—পখিলীয়ে তাক দেখিযে বিললৈ পানী নিবলৈ আহিছে । সিও তাৰ ডিঙিৰ মাতটো গল খেকাৰী মাৰি পৰিষ্কাৰ কৰি ৰাখিলে,—যাতে পখিলীৰ কথাৰ উত্তৰ দিওঁতে কতো খোকোজা নেলাগে ।

মাজে মাজে চকুৰ পিৰিকতিটো লৰাই পখিলীলৈ চায়,—তাৰ পিছত চকুটো ইফালে কৰি ম'হটোক ঘাটটোৰ ওচৰলৈ খেদে।

এনেতে পখিলী ঘাট পালেহি।

আজি তাই লচপচী হৈ পৰিছে।

হাঁহে-নেহাঁহোকে হাঁহিটি মাৰি মিনাৰামলৈ চাই ক'লে,—

"বিহুৰ পৰা কাৰ লগতনো চুপতি মাৰি আছিলা,—এইপিনে বিল নেদেখাই হলা।"

পখিলীৰ মাতটোত অভিযোগ মিশ্ৰিত ঠাট্টাৰ সুৰ।

সহজ, সৰল মিনাৰামে সহজভাৱে উত্তৰ দিলে।

"নহয় বুজিছানে " তাৰ কথাত জোটামোজা লাগিবলৈ ধৰিলে। তাৰ পিছত আকৌ কথাখিনি জুকিযাই মেলি ক'লে,—

"ম হটো যুজত হাৰিল নহয়,—ঘুণো লাগিল,—তাৰেই তালাপীত থাকোতেই,—বুজিছানে, —

তাৰ গাটো কঁপনিৰ লগে লগে অলপ অলপ ঘামি জামিও গৈছিল।

পখিলীয়ে বুজিলে,—হাতলৈ আহিছে আৰু ক'লে,—

"আজিনো ইফালে কি মন কৰি আহিলা ?"

"এৰা,—বুজিছানে,—আহোঁ আহোঁকৈ আহিলো,—আজিয়েই আহিলো।"

পখিলীয়ে কলহ বুৰাই যাবলৈ মন কৰি দুখোজমান যাওঁতেই মিনাৰামে অনুনয কৰাৰ দৰে ক'লে,—

"ৰবা,—ৰবাচোন,—কিবা এটা কওঁ বুলিছিলো,"—

যোবা,—যোবা,-মোক কব নেলাগে,—সিজনীকে কোবাগৈ,—

কৈয়ে পখিলীযে উচাৎ মাৰি ঘৰলৈ খোজ ললে।

মিনাৰামেই আকৌ ক'লে,—

"নহয়,—নহয়,—মই তোমাকেই,—অঁ,—হয তোমাকেই ভাবিছো,—কাকো ভবা নাই"

"বাক,—বাক,—কালিলৈহে আক"

কৈয়েই পখিলীয়ে পতুলীমুখ পোৱালৈকে নবল।

মিনাৰামে ভেবা লাগি সেই ফাললৈকে চাই থাকিল। পতুলী-মুখত নঙলা মেলিবলৈ বৈ পখিলীয়ে মিনাৰামলৈ এবাৰ ঘুৰি চালে—তাৰ পিছত গুচি গল।

মিনাৰামৰ মূৰটো আচন্দ্ৰায় কৰি আহিল।

আজি পখিলীয়ে তাৰ মূৰতে মাৰ মাৰি গল। আকৌ চোন ক'লে,—কালিলৈ আহিবলৈ। মাতখিনি বৰ সুন্দৰ,—অমৃত বৰ্ষণ। এৰা, মন নথকা হলে কালিলৈ। আহিবলৈ কিয় কব। নিশ্চয় মন আছে তাইৰ,—আজি কথা সুধি জুখিলে। কাৰণ বিহুৰ পৰা সি পখিলীক দেখা কৰাই নাই। বিশ্বাস হেৰাবৰে কথা।

ম'হটো চৰাই চৰাই নিওঁতে নিওঁতে ৰাতিয়েই হল।

## চাৰি

মিনাৰামে চলপুৱাতে ম'হটোলৈ ওলাই গল। বিলৰ ফালে নহয়। এই থাওঁত বিলৰ পানীত ম'হ নমাই ঘাঁহ খুৱাবনে। কুঁৱলী লাগি থকা মুকলি পথাৰৰ ফালেই ম'হটো লৈ গল। দুৰ্বা ঘাহনিৰ তলৰ দল ঘাঁহ তাৰ ভাল খাদ্য। বেচেৰাটো যুজ কৰি ঘুণীয়া হৈ লেৰেলা হৈ পৰিছে।

গৈ গৈ মিনাৰাম কেকুৰিটো পালেগৈ। বাঁহ গছৰ চাপে আৰ কৰি থোৱা পথাৰখন দেখাই নগৈছিল। এতিয়াহে মনিব পাৰি। তথাপি দূৰৰ বৰ আলীটো নেদেখিয়েই। ইমান কুঁৱলী। মাঘৰ কুঁৱলীসনা পথাৰখন তাৰ বৰ ভাল লাগে।

এৰিয়া চাদৰখন সি মূৰে গায়ে ভালকৈ মেৰাই ললে। নেৰেঙা হোবাৰ ভয় আছে। আৰু বেলি বোফাইৰ এনেকুৱা মাহতে ম'হ

চৰাই থাকোতেই থাওঁ লাগি নেৰেঙা হৈছিল ভেদেলাৰ চোকা ক্ষুৰব বুলিহে সেই যাত্ৰাত বাচিল। আও। এই বয়সত মাৰিব পাৰিনে? গোটেই জীৱনটো পথাৰ পৰাদি পৰি আছে।

ষুৰত যেন কৰবাত সি পেপাঁৰ মাত শুনিলে।

কোনেনো ম'হ চৰাইছে ওচৰতে। এইখিনিত ম'হ আছে বোফাই হৰ্তৰহে। কিন্তু সি জয়খামদা, পথাৰৰ বাহিৰে এইফালে ম'হ নানেই। তথাপি সাবধানে থকা ভাল। কুৱঁলী আতঁৰি পোহৰ হলেই দুই ম'হৰ দেখাদেখি হলেই সা,। সেই সিদিনা গোণা ম'হ টোৰ লগত যুজি ঘুণীয়া হৈ আছে। আকৌ এপালি পাব লাগিলে আই ধাই। ওঁ হো,—নোবাৰি,—ম'হ ঘুৰাই অন্য ফালে নিওঁ।

সি ম'হটোৰ নাকাটো ধৰি টানিবলৈ ধৰিলে আৰু তাৰ ইঙ্গিত মতে ম'হটোৱেও গতি সলালে।

যুঁজিবলৈ দিব নোবাৰি। এনেই এটা ম হ। গোটেই ঘৰ পা-পৰিযালে ইয়াৰ ওপৰতে খাই আছে। ইযাৰে চাৰিপূৰা মাটিৰ খেতি উঠে। ই আমাৰ ভাত—ই আমাৰ জীৱন।

পূবালিৰ আকাশত ৰঙা সূৰ্য্যটো ফুটো ফুটো হৈছে।

ৰদৰ কাচিযলি পোহৰত সি চেলেউ এটা মেৰিযাই স্হুপিবলৈ ধৰিলে।

উৎকট, চোকা মান ধপাতৰ চেলেউ।

কি আৰামত মিনাৰামে চেলেউটো স্হুপিছে। ইযাৰে যেন তাৰ শৰীৰৰ ভাগৰ জোগৰ সকলো আঁতৰি নতুন শক্তি—নতুন উন্মেষ আহৰণ কৰিছে।

ম'হটোৱে তেতিযা দলঘাঁহ আঁজুৰি আঁজুৰি চোবাই আছে। কি তৃপ্তি, এই দ'ল ঘাঁহ চোবোবাত।

লাহে লাহে গোটেই পথাৰখন কুঁবলীমুক্ত হৈ পৰিল। কুৱঁলীবোৰ ইমান বেগেৰে আঁতৰি গল। মিনাৰামে আচৰিত ভাবে। ব্ৰহ্মা বিষ্ণুৰ পৰশ পালে কুঁৱলী কি জুইয়ো পানী হৈ যায়।

সি ম'হটোৰ পৰা নামিল। আৰু এডাল এডালকৈ মাটিত শিপাই থকা দ'লঘাঁহ বোৰ আঁজুৰি, টানি ম'হটোৰ মুখত দিবলৈ ধৰিলে। ম'হটোবেও এই কথা বুজি তাৰ জিভাৰ আঁজুৰাৰ পৰা মুখ একুবাই নি মিনাৰামে বাচি দিয়া দলঘাঁহ ডাল জীভাৰে মুখলৈ সুমুবাই লয়।

প্ৰভুৰ কি মৰম তাৰ প্ৰতি,—তাৰ পশু-প্ৰকৃতিয়েও ধৰি লয়।

বেলিৰ এপৰ লৈকে সি ম'হ চৰাইযেই থাকিল।

আজি তাৰ কেনিও লৰচৰ কৰিবৰ মন নাই। জলপান খাবৰ বাবে গুচি গল। এয়া তাৰ কালিৰ পখিলীৰ দুখ। নতুনতে বাৰু পখিলীয়ে তাক ইমান দৰদ দিব পাযনে ?

অবশেষত সি ঘৰলৈ বুলি ম হ ঘুৰালে। তাৰ পেটৰ কেচু-কুমটিযেও কলমলাব লগিছে।

ভাত খোবাৰ পিছত মাকে মিনাৰাগলৈ চাই ক'লে,—'মিনাৰাম কালিলৈ পুবাতে মঙ্গলবৰিযা হাটলৈ যাবি। ককাযেৰে ম হলৈ যাব। তে বেচি মেলি যি পাৰ তেল-নিমখ কিনি লৈ আহিবি।"

"তেল নেলাগেই নহয, —ঘৰৰ সৰিযহ খিনি পেৰিলেই হল — মিনাৰামে ক'লে।

তেন্তে,—তাকেই নকৰণো কেলৈ ? দিনটো চলো তলোকৈ য ত ত ত ঘুৰি ফুৰ। কৈযেই মাকে তামোল খুন্দাত লাগিল।

মাকৰ কথামতে পুবাতে উঠি জা-জলপান খাই মিনাৰাম হাট-লৈ ওলাল। পাঁচ মাইল মান দূৰৰ কেবাখন গাঁবৰ সোঁমাজ বাগিছাৰ কাষত হাটখন বহে, মিনাৰামে কান্ধখন লৈ হাটলৈ ওলাল।

কান্ধমাৰি ডালৰ এমূৰে কল কেই থোকামান, তামোল আৰু সিমূৰে বেঙেনা, কেৰেলাৰ বোজা এটা। সিমানেই এই খিনিয়েই বেচিব। বাৰীখনতনো শাকপাছলী কিমান হয়। খাওঁতেই যায়।

কান্ধ সলাই সলাই সি গৈ থাকিল।

চেউনি আলাটো পাৰ হৈ বৰ আলীটো পালেহে হাটলৈ যোবা

মানুহ লগ পাব। বৰ আলীৰ অকনমানটো যাবই। এটা চিঞৰ সেই খিনিতে মাৰিব লাগিব।

যেতিয়া সি গৈ বৰ আলীটো পালেগৈ সি এটা চিঞঁৰ মাৰি অকনমানক মাতিলে,—

"হেৰেই গৰীয়া,—নেযাব্ন নেকি অ'?

"অ, মিনাৰাম নেকি? ঐ ৰ' ৰ,' মইয়োগৈছো।

"বেগাই আহ পাই,—বেলি এপৰেই হলহি।"

"এৰা, তোৰ কাৰণেহে পলম হৈছে,—হাটখন। ৰ' ওলাইছো।" অকনমানে কৈ কৈ ঘৰৰ পৰা ওলাল।

দুয়ো মঙ্গলবৰীয়া হাটলৈ বুলি বেগাই খোজ ললে।

বাটে বাটে দুয়ো কথা পাতি গৈ আছে।

মিনাৰামেই ক লে,—

"এতেপৰে আমলখী গছ জোপা পাইছোহিহে,—এবকলা আছেই।"

"দীঘলা গোহাঁই-হঁতৰ কোনো নেযায় নেকি?"

"যাবই পাই"—অকনমানে ক'লে।

"হেইৱা,—গোহাঁই দেওঁ,—নোযোবা নেকি হাটলৈ?"

উত্তৰ আহিল,—

"গল, গল,—বজাৰ পাবগৈ পাই।"

দুয়ো বেগা বেগিকৈ খোজ দিলে।

অকনমানৰ কান্ধত তামোল, পান, কচু, জলকীয়া আদি কৰি ঢেৰ বস্তু। কথাই কথাই অকনমানে সুধিলে,—

"হয নে মিনাৰাম, —তোৰ বোলে পখিলীলৈ মন খাইছে"?

"হওঁতে হয,—তোক পিছে কোনে ক'লে?"

"এ, কথা বুলিলে বতাহ,—ইকাণ সিকাণ কৈআহোঁতে আহোঁতে মোৰো কাণত পৰিলেহি,—সেই গতিকেহে সুধিছো।"—কিবা,—কথাটো নহয় নে?"

"হয়েই পাই,—আনিবৰ হলে ইচ্ছা আছে,—

"বিয়া পাতি আনিবিনে,—পলুৱাই ?

"বেৰৰ চুক কাটি পলুবাই নানি আৰু কি কৰিবি।'

'ছোৱালীজনী হলে ভাল দেই।"

"কৈছহে,—দেখিলে মন উছাট বিচাট কৰি উঠে।"

"হে হে অকনমানে হাঁহি সুধিলে —

কামে কাজে বা কেনেকুবা ?'

"আও,—নকবি,—যেনিবা শিপিনীহে,—তাঁতৰ পৰা মূৰ ম্তুলেই, ঘৰৰ বনবাৰীতো অকলেই তুলি পেলায়। আৰুতো ছোবালী নাই। মাক জীয়েকৰে ঘৰখন।

"বেযা নহয় হলে, —মই যি দেখিছো।'

"ভাল কথা কৈছ,—এনে এজনী ছোবালী পাবি ক'ত ?"

"এইবাৰ বহাগত আনিবিযেই নেকি ?

"ভাবিছো তাকে,—তাইৰ মন হলে আছে'

এনেবোৰ কথা পাতি যাওঁতে যাওঁতে হাটখোলা পালেগৈ। তেতিযা হাটৰ মানুহ বেচাকিনাত ব্যস্ত।

হাটৰ বেচাকিনা কৰি যেতিযা দুয়ো ঘুৰি আহিল বাটত আৰু এ যোৰা গাবঁৰ মানুহ লগ পালে। বাটত আহোঁতে সিহঁত এই কথাই পাতি আহিছিল,—কণি যুঁজ কৰিবৰ দিন পালেহি। এতিযাৰ পৰা টান কণি বিচাৰিব লাগিল। অকনমানে ক'লে,—"আমি কণি যুজালোবেই"

"এ জানো,—আমি গামই নেপাওঁ' মিনাৰামে ক'লে।

"তই থাক,—কোন মুলুকতপাওঁতে পাওঁতেছু এটা দিন লগিব।"

অন্য এজনে ক'লে,—

"সেইদিনা মাঘৰ বিহুৰ গৈছিহে,—বহাগ বিহু পালেহিযে।"

"এতিযা চ'তৰ পৰা কণি যুঁজ কৰোঁতে কৰোতে বহাগ পাবহিয়ে, দিনবোৰ ধৰিবই নোৱাৰি কেনেকৈ পাৰ হৈ যায়।

মিনাৰামেই আকৌ মাত লগালে,—

“তেন্তে অকনমান কালিলৈ মই আহিম পাই,—কণি লৈ,— তই থাকিবি,—সগৰ বোৰকো কবি। বৰ আলিত কণি যুঁজ কৰিবলৈ নাহিলে ক'ত কণি যুঁজ কৰিমগৈ। চাম,—কালিলৈ কাৰ কণি জিকে।

কথা পাতি পাতি সকলো ঘৰ মুৱা হল।

মিনাৰামৰ ‘অহা কালি’ পালেহি।

কণি এ যোৰা লৈ বৰ আলী পালেহি। এইবাৰ তাৰ লাজটো ভাঙিছে। সেই যোবা কালিহে কথা পাতি গৈছে।

আলিত ভৰি দিয়েই সি অকনমানক চিঁঞৰ মাৰিলে। গিৰ গিৰকৈ,—অকনমানৰ লগে লগে হেম, দেওকনো ওলাই আহিল। সিহঁতে পুবাৰ পৰাই কণি যুজ কৰি আছিল। এইবাৰ যেন সমান ফেৰমৰা মিনাৰাম আহিল।

“চাও—তোৰ কণিটো চাওঁ ,—মিনাৰামে অকনমানক ক'লে।

কণিটো চাই মিনাৰামে ক লে,—এবা পাই,—তোৰ কণিটো টান, বাৰু টিকাই টিকাই পাত”।

বাৰু বুলি অকনমানে হাতৰ মুঠিৰ বুঢ়া আৰু তৰ্জ্জনী আঙুলীৰ মাজৰ পিনে কণিৰ টিকাটো পাতিলে। মিনাৰামে নিজৰ কণিটোৰে যুঁজাব খুজোতেই অকনমানে আঙুলীটোৰে ঢাকি ধৰিলে আৰু ক'লে,—হয। তোৰ ইমান টান কণিটো টিকাই টিকাই যুজাবলৈ আহিছ,—বাৰু মূৰে মূৰে পাত'

“বাৰু, —বাৰু দে”

অকনমানে পাতিলে। মিনাৰামৰ কণিটো ভাগিল। অন্য কণিটো উলিযাই মিনাৰামে হেমলৈ চোচা মাৰি গল। “বাৰু হেম,— তোৰটো টিকা টিকাই পাত”।

হেমেই টিকাই টিকাই কণিটো পাতিবলৈ মাস্তি হৈ আঙুলীৰ মুঠিৰ ফাঁকৰ মাজেদি কণিটোৰ টিকাটো পাতি দিলে। এইবাৰ

মিনাৰামে কণিটোৰে হেমৰ কণিটো খুন্দিয়ালে। কিন্তু হেমৰ কণিটো ভাগিল। মিনাৰাম জিকিল আৰু কণিটো পাই গল। কণি যুঁজ ওৰে দিনটো এৰাধৰাকৈ হৈ থাকিল। গোটেই চুবুৰিটোত লৰাবোৰে টান কণি বিছাৰি লৰধৰ কৰিছে। যেই য'ত পাইছে,—কণি যুঁজত লগাইছে।

গধুলীহে মিনাৰাম ঘৰ পালেগৈ। হাবিৰ মাজেদি যাবলৈ বাটটোত তাৰ ভয় লগা নাই। ৰাতি এডখৰত হে ইয়াত বাঘ ওলায়।

আজিও তাৰ পখিলী হতঁৰ ঘৰৰ ফালে যোৱা নহল। কণি যুঁজতকৈ তাৰ পখিলী প্ৰিয় হবনে? কণি যুঁজ বহাগৰ আগে আগে বছৰত এবাৰ আহে। তাকেনো এৰে কৈনেকৈ?

তথাপি কালিলৈ পুৱাতে ম'হ লৈ সিফালে চৰাবলৈ যাব।

## পাঁচ

জা-জলপান খাই পখিলীহতঁৰ পৰিযালে অঁতালে। বাপেক গল বাম খেতিলৈ। মাক-জীযেক পখিলী তাতঁৰ শালত। ঘৰৰ মুধছৰ ফালে ছা পৰি থকা ঠাইখনতেই বহি বহি তাঁত ববলৈ লৈছে। মাকে কেনা লগাত লাগি ভাগি দিছে।

পখিলীৰ এটা চকু তাঁতত, এটা চকু বিলৰ ঘাটত।

মিনাৰামটোৰ নো কি হল? এতেপৰলৈ আহিব নেপায়নে? আন দিনাখন ইমান পৰত যিহে বিহু মাৰি থাকে।

পখিলীযে গামোছা লগাইছে।

বিহুৱান।

বিহুত গামোছাৰ সমান মান নাই। ডেকাই বিহুত কোনো গাভৰুৰ পৰা গামোছা এখন পালে অকলে অকলে টিকাত তিনটা চাপৰ

মাৰি ডেও পাৰি উঠে। মনৰ আনন্দ ইযাতকৈ একো নাই। গামোছা হল আদিম সমাজৰ গাভৰুৱে ডেকালৈ দিয়া প্ৰেমৰ চিঠি, ইয়াৰ প্ৰতিটো বুটাত, প্ৰতিটো সূতাত, প্ৰতিটো গাঁঠণিত গাভৰুৰ মনৰ মাকোৱে মৰমৰ আখৰ বোৰ লেখি লেখি থৈ বায়। দহোবন কাতি কৰি মনৰ হেঁপাহৰে কতো এগছ কেনা নলগোৱাকৈ এখনি গামোছা বোৱা কোনো এজনী গাভৰুৰ সাচঁতীয়া বস্তু। সেইখনি গামোছা ধুই পখালি, জাপিজুপি নিজৰ সৰু পেৰাটোত ধুনীযাকৈ থয়, আগলি বিহুত মনে খোবা ডেকাক কথা নকয়,—এই গামোছাই কথা কব,—নিজৰ মনৰ তলিত গুজৰি গুমৰি তল ওপৰ কৰা মনৰ কথা এই গামোছাই বোকোছা কৰি লৈ যাব। হেপাইঁৰে ডেকাই এই গামোছাখন মূৰত মাৰি, কান্ধত পেলাই, মুখহাত মচি মনক তৃপ্তি পলাব। আৰু গাত লাগি থকা সময় খিনিত তামোল খোবাৰ পৰে পৰে মনত পৰি থাকিব। গামোছা প্ৰেমিকাৰ ভাল পোৱাৰ বাহন।

এই গামোছা খনকে যে পখিলাযে মিনাৰামক দিব মাকে কব নোবাৰে। পখিলীযে মনে মনে বৰ হেপাঁহৰে, বৰ আলফুলকৈ গামোছাখন ফুলাম কৰি বৈছে। কতো এগছ কেনা লাগিবলৈ দিয়া নাই।

অথচ পখিলীৰ এটা চকু তাঁতত, এটা চকু বিলৰ ঘাটত আৰু দূৰলৈ ম'হ চৰাই থকা ৰথীযা কেইটালৈ। ভালকৈ মনি চাই দেখে বিলৰ সিপাৰত সেইটো মনাই হঁতৰ ম হটো। তেন্তে আশা নাই। এটা ম'হ সিপাৰে চৰিলে এই পাৰতে এটা ম'হ কেনেকৈ চৰাব।

সেযেহে মিনাৰাম এইফালে আহিব পৰা নাই।

অথচ এই জলহু মিনাৰামৰ কথা মনত পৰিলে পখিলীৰ গাটো ৰাঁইজাই কৰি উঠে। গাত যিথন কাপোৰেই আঁতি নেবান্ধক, বান্ধটোৱেই প্ৰতি মিনাৰামলৈ মনত পৰে। কাৰণ এই দেহা, এই যৌবন, এই শৰীৰৰ প্ৰতিটো অঙ্গযে মিনাৰামেহে ভোগ কৰিব।

এই অনুভৱে যেন তাইৰ মনৰ সৰ্বময় কৰ্ত্তা হৈ পৰিছে। কাৰণ তাইৰ জীৱনত অন্য এটা মিনাৰামৰ দখল নাই। মিনাৰামেই তাইৰ সৰ্ব্বস্ব। মিনাৰাম হাতলৈ অহাৰ দিনৰে পৰা তাই অলপ বেছিকৈ নিজৰ দেহাৰ ফালে মনকাণ দিছে। অন্তত বোকাৰ পৰা উঠিলেই বনবাৰী কৰা শেষ হলেই ভৰি হাত কিখন ভালকৈ ধুই আহে। যাতে মিনাৰামে পখিলীৰ দেহাত বোকাৰ গোন্ধ নেপায়। তেল-টেঙ্গো আগে চেগাছোৰোকা আছিল যদিও এতিয়া নিতৌ হৈ পৰিছে। আৰু যি কোচা চুলিহে পখিলীৰ,—আঁঠুলৈকে পৰে। গাওঁ গঞ্চাই তাইক গাৱঁৰ লখিমী বুলিহে কয়। সুঠাম বাহু, চম্পাকলি যেন আঙুলীৰ পাব, বৰলৰ দৰে ককাঁল, সুকুঙা নথকা গুটি গুটি দাঁত, চল্‌ হেন পিঠি, মঙ্গহাল বুকু আৰু বৰ এখন বন্ধা কৰি যেন মুখেৰে পখিলী এজনী সভাশুৱাই থকা ছোৱালী। গাৰ বল-শকতিলৈ চাই উলামুলা ডেকা চাপিবই নোৱাৰে। অথচ এই বহল, টুপটুপীয়া হৈ থকা মুখ খনত এবাৰ হাহি বিৰিঙিলে ৰক্ষা নাই। নোচাৱাই চাব। মুখখন তেজগোৰা হৈ ৰঙা পৰিব। হাঁহিটোৱে প্ৰতি গালৰ মুখমণ্ডল তেজেৰে চবকা চবক হৈ পৰে। ইমান তেজ, ইমান দ্বীপ্তি, ইমান মসৃন এই পখিলী। নগৰৰ পাউডাৰ, গালত নপৰেই নগৰৰ তেল মূৰত নুঠেই। ইমান সৌষ্ঠব ইমান সৌন্দৰ্য্য, ইমান ফাগুণ বাৰু আহিল কৰ পৰা পখিলীৰ দেহালৈ।

বিলৰ ঘাটত পখিলীৰ চকু ভাগৰি পৰে।

ঘন ঘন মাকু চলাবলৈ ধৰে। খন্তেক পিছতে আখলৰ লাগনী-পাচনী কৰিবলৈ যাব লাগিব। দেউতাক বাম শইচ কৰা খেতিৰ পৰা আহিব। পাঠশালাৰ পৰা ভায়েকটোও আহি পাব। ইতিমধ্যে খোৱাৰ যোগাৰ নকৰিলেই নহয়। উঘা চেৰেকালৈ যাবলৈ আছেই। কামৰ অন্ত নাই। খাইবই উঠি ভৰিৰে ধান মাৰিব লাগিব। গধুলীলৈ ধান বানিবলৈ লৈ নিশা এপৰলৈ ঢেকীতে থাকিব লাগিব। ইয়াৰ মাজতে পুলুকা মাৰি ঘাটৰ পৰা পানী অনাৰ ছলেৰে পাক এটা মাৰি

আহিব লাগিব। কিজানি ম'হ চৰাওঁতে চৰাওঁতে মিনাৰাম ইবেলা-মানতে ওলায়হি।

মনটো তাইৰ আকৌ মিনাৰামৰ কাষলৈ যাযগৈ। তাই মিনাৰামৰ ঘৈনীযেক হব। আন মানুহৰ দৰে মিনাৰামৰ লগতে সংসাৰ কৰিব। গাঁওগঞ্জাৰ ঘৰলৈ মিনাৰামক আগতলৈ ফুৰিবলৈ যাব।

আহ। মিনাৰামৰ কেটেৰা জেঙেৰাখনৈই কিমান ভাল লাগিব। চাহ এবাতি আন বুলি কৈ আমাৰ পিতাযে কোবা দৰে মোকো গেজেৰা মাৰি কব। সেইযা জানো গেজেৰা মাত? সেইযা মৰমৰ মাত। ঘৰৰ জাযুবলীৰ, বাই ভনীৰ কাষত স্নি জানো মোক মৰম লগাকৈ কব পাৰিব, "হেৰা, পখিলী, চাওঁ চাহ এবাতি দিযাচোন"। "আযৈ, স'সাৰখনৰ মানুহে কি বুলিব?" বোলে মিনাৰাম তিৰোতা লেৰুবা, তিৰোতাৰ তলত থাকে। দহে আমাৰ ভিতৰৰ প্ৰেমৰ কথা, আমাৰ মাজৰ দুৰ্ব্বলতাৰ কথা নেজানক বুলিহে এনে টেঙামাত মাতিব। তেহেলৈ আমাৰ ভিতৰত যি আছে, আছেই। গিৰিযেকেনো বাৰু নিজৰ প্ৰাণপ্ৰতিমা ঘৈনীযেকক বেযা পাব পাৰেনে? ক'ত শুনিছা এনে আপদীযা কথা। আচলতে স্বামী স্ত্ৰীৰ সম্বন্ধ ভিতৰেহে ৰ'চ' বাহিৰত ঢকুবাৰ বেৰ। জগতৰ মানুহে জানক, মিনাৰামে তাৰ ঘৈনীযেকক তম্ভি ৰাখিছে। গিৰিযেকৰ আগত মুখ মেলিব নোবাৰে। দহে মোক নিবুকী বুলি জানিলে কিমান ধইন ধইন্ কৰিব। এই স'সাৰ সমাজৰ ঠাই। দহে যি বুলিলে সেয়ে ধৰ্ম্ম, সেযে পৰমবিষ্ণু। কেতিয়াবা মিনাৰামে ঘৰৰ সকলোকে দেখুবাই ঠা' কৈ চৰ্ এটা গালতে শোধাই দিব। গালখন চেৰ্‌চেৰাই যাব। কিমান ভাল লাগিব। এযা যে মিনাৰামে মৰমেৰে মাৰিছে। মোকে নেমাৰি কাকনো মাৰিব। লোকৰ অনা জনীক মাৰিবলৈ যাবলৈ সাইধ আছে? দা, কটাৰী নলব? মই তাৰ নিজৰ ঘৈনী হম, পলুৱাই নিয়া ঘৈনী, সাতকুড়ি টকা ভৰণী দি ৰাইজে পাতি দিয়া ঘৈনী। ৰাইজে জানো নাজানিব, মই তালৈ

যাবলৈ মন খাইছে কাৰণে আহিছো। চৰ টো মাৰিলে চেৰ্ চেৰাই যাব, কিন্তু মনটোকে কিমান ভাল লাগিব। এয়া যে মিনাৰামৰ এশ কামৰ ভিতৰত এটা, অৰ্থাৎ ইমান হাড ভাঙি কাম কৰাৰ মাজতো যে মনত পেলাই মোক চৰ এটা মাৰিবলৈ সময় পালে। এযা জানো তাৰ মোলৈ মনত পৰা চিন নহয়? চৰটো মাৰিলেই বা কি হল, গালখন ভাগি গুড়ি হৈ গলনে কিবা। তাৰ অৰ্দ্ধাঙ্গিনী বুলিহে মাৰিছে। শাস্ত্ৰত আছেই তিৰোতা স্বামীৰ অৰ্দ্ধাঙ্গিনী। তাৰ পৰা দহে বুজিলে, ঘৰৰ জাযুবলীযে বুজিলে মিনাৰাম থুলস্তৰ পুৰুষ, মিনাৰাম অন্য দহটা পুৰুষৰ দৰে সমান। সেয়া মোৰেই গৌৰব। শাহু আইযে তাকে চাই মিনাৰামকো দবিয়াব। মোকো মৰমত গালে মুখে হাত ফুৰাব। ইঁহা কন্দাই জীবন।

ইযাতে জানো অন্ত পৰিল। মিনাৰামক চাই থাকিবলৈ মোৰ কিমান হেপাঁহ। তাৰতো আছেই। কিন্তু দেখা সাক্ষাৎ আৰু সেই ৰাতি শেতেলীতহে দিনৰ দিনটো মই মোৰ কামত, সি তাৰ কামত থাকিব। ওচৰাওচৰি নহযেই। এযা কিবা ৰজা ঘৰ নে কাৰেঙৰ কোথাত বহি মুখামুখিকৈ দুযো বহি চাই থাকিম। সেইখন ভাগ্য পখিলী মিনাৰামে লৈ অহা নাই। পুৰা কপাল লৈহে এইখন ধৰালৈ আহিছে। আমাৰ দিনৰ দিনটো কাম নকৰিলে নিশালৈ লঘোন। ৰোবনী-তুলনী, খেতি-খমাৰ, বোৱা-তোলা নকৰিলে কি ছোবালী নতুবা পুৰুষৰে অন্য কাম কি? বহি বহি খাই থাকিলে সোৰোপা নহবনে? এই কথাই কথা নহয়। জীৱন কৰ্ম্মময।

ঘৈনী হোবাৰ পিছতো যদি দিনটোত মিনাৰামক এবাৰ দেখিবলৈ নেপাওঁ, তেন্তে মই কিহৰ ঘৈনী অ'। সেই দুপৰীয়া ভাতখাই উঠাৰ পিছত মিনাৰাম এবাৰ ভিতৰলৈ আহিব, ধোঁৱা খোৱাটো খাবলৈ। তাকো ভিতৰত সোমোৱা মাত্ৰকে যেন লাজতে লেৰেলি গল, অথচ বাহিৰত দুৱাৰমুখ পোৱাৰ আগলৈকে কি দপ দপোৱা খোজ।

কোথালীত সোমায়েই মোক নেদেখিলে কব-হুঁঞে, শুনিছনে, ধোঁৱা খোৱাটো নিদিলে ?

কওঁতেই মইযো ধোঁৱা খোৱালৈ সোমামেই। চকুৱে চকুৱে চাব নোৱাৰা হৈ থাকিব-লাজতে, অথচ মনটোত দেখুৱাব ভিতৰত গুজৰি থকা পুৰুষৰ পৰিচযটো। মুখামুখিকৈ, চকুৱে চকুৱে পেলাই কথা পতা স্বামী স্ত্ৰীৰ নিয়ম যে নহয। অথচ যিকন সময কোথালীত থাকিব,— এবাৰ মোলৈ ঘুৰি চাবলৈকে লাজতে মৰি যাব। তাৰ পিছত, যাবৰ সময়ত আকৌ কেটেৰা মাতেৰেই কব, "দেচোন দে, তামোল এখন দে, কঠিয়াতলিলৈ যাওঁ পলমেই হৈছেগৈ।"

মইয়ো ফিচিকা ফিচিকখন কৰি মিচিক মাচাৰুকৈ হাঁহিটো মাৰি ওৰণিখন ভালকৈ টানি লৈ তামোল এখন আনি দিম। যেন কেতিযা কোথালীটোৰ পৰা ওলাই যাব পাৰে, তেহে তাৰ ৰক্ষা।

ঘঁৰতে সোমাই থাকিলে সবেই ফিচিঙা ফিচিংখন কৰিব। কি অ' ককাইডেউটো বৰ লুতুৰা, নবৌৰ লগতে বহি থাকে। এই ভয, এই সংশয যেন মিনাৰামক খুলি খুলি খাব। কাম নেথাকিলেও কঠিয়াতলিলৈ যাব বাৰীৰ চাৰিঢাপত কাম বিছাৰি চলাথ কৰিব কেতিযাকৈ গধুলী হয। নহলে যে ভয। কালৈনো ভয ? এই ঘৰৰে ভাই, ভনী, জাযুৱলীলৈকে ভয। সিহঁতেনো কি কৰিব। লেঠা সেইখিনিতেই। আমাৰ সমাজতটো মাইকীৰ লগত এপৰলৈ মেল মাৰি থকা মতাক, মতা বুলি কযনে ? বুবু, বাবাকৈ ইখনৰ পিছত সিখনৰ কাণ বাগৰিবলৈ লাগিলে ওচৰৰ গাঁও গঁঞাই এনেযে বামতে কিলাব। এৰা, লৰাটো তিৰুতা লেৰুবাহে হল। এবাৰ তিৰোতা লেৰুবা নাম ওলাব লাগিলে নামঘৰটো পৰ্য্যন্ত চুবগৈ। আৰু মৰিলেও মুগুচে। সেযেহে মতামানুহৰ বৰ ভয এই গালিষাৰলৈ। আৰু সেযা জানো মোৰ বাবে লাজৰ কথা নহয ? দহে মোৰ স্বামীক তিৰোতা লেৰুবা বুলি সৰু কৰিব, মই সহ্য কৰিব নোৱাৰিম। লাগে, মাজে মাজে দুটা এটা চৰ খাইয়েই থাকিম।

আৰু মিনাৰামৰ দেহাৰ ওচৰত কাক আনি ঠিয় কৰাব পাৰে। বলবন্ত, যুলন্তৰ মিনাৰাম জলহ হলেও তাৰ ওচৰত কামে কাজে তিষ্ঠিব পৰা ডেকা এই তিনিখন গাঁবতে নাই। বিয়াই সবাহে নামে সকামে মিনাৰামে আগ পিছ নধৰিলে নহয়েই। ৰাজহুবা কামত মিনাৰামৰ প্ৰথম ডাক। মেলে-মিটিঙে, বেঞ্চবোৰ স্কুলৰ ভিতৰলৈ নিব লাগে, ডাক পৰিব মিনাৰামৰ। বিয়াৰ লাগনী পাচনী ডেকা জুমৰ মাজলৈ মিনাৰামক হে পাঁচিব। ৰাইজৰ সকলো কামতে মিনাৰামহে। তেহেলৈ মিনাৰামে যাৰ হতুবাই কৰাওক। মিনাৰামৰ কথা ভাবি তাইৰ বুকুখন হুম হুমাই যায়।

এটা অলাগতোযাল চিন্তা যেন পখিলাৰ মূৰে মগজুবে সোমাই পৰিছে। 'অ 'আই ঢেকাযা শাক খিনি কুটি দেচোন, মাকে ভিতৰৰ পৰাই মাত দিলে, লাহে লাহে পখিলীয়ে তাত সামৰিলে।

তাতখন সামৰি পখিলা শাকখিনি কুটিবলৈ যাওঁতেই বিলৰ ঘাটলৈ চকু মেলিলে, মিনাৰাম নাই , কিন্তু বিলৰ সিপাৰত মনাইহঁ-তো নাই। তেন্তে, মিনাৰম আবেলি মানেহে ওলাব।

লৰালৰিকৈ শাক বুটিবলৈ ললে। ভাত চৰু মাকে নমালেই। ভাযেক ইতিমধ্যে পাঠশালাৰ পৰা পালেহি। শাক কুটে মানে মʼকে শাকনিৰ পৰা জলকাঁযা এসোপা চিঙি লে আহিল। আহিযেই গবৈ মাছ কেইটা বছাত লাগিল। ঐ টেঙাও তুটা চকলিযালে,এযা আঞ্জা।

খাই বৈ উঠে মানে সময গলেই। পখিলীযে খাই বৈ উঠি ধান মৰাত লাগিল। মৰণা আৰু কেবাদিনলৈ পেলোবা নহব। বাম শইচ খিনিৰ গতি এটান লগালৈকে ঘৰৰ কাষলৈ মন দিবলৈ পিতাইৰ আজৰিযেই নাই।

ধানখিনি উলিযাই ঢেকীত পেলাইদি পখিলী ঘাটলৈ গল, পানী একলহ বুৰাবলৈ। কিন্তু খোকোজা লাগিল এইখিনিতে, মাকেও লগতে ওলালে। মিনাৰাম আহিছিল হয। কিন্তু চকুৰ চাবনীতে তৃপ্ত হৈ মাকৰ লগতে পখিলীও ঘৰলৈ উলটিল। আজিলৈ

আৰু নাই, সেই কালিলৈহে। নিশাটো কেনেকৈ যায় জানো? জহনী নিয়াটো এইবেলীহে আহিবলৈ পালে।

মনতে গুজৰি গুমৰি পখিলী ঘৰ সোমাল।

চাকি-বন্তি লগাই ভায়েকক পঢ়িবলৈ ধৰা পাৰি দিলে। মাজে মাজে এপদ দুপদ দেখুৱাই দি থৈ যাযহি। তেতিযাও পিতাক আহি পোৱা নাই। থোবাৰ মাছ চাই হে সাঁজ লগাৰ পিছত ঘৰ ওলাবহি।

পখিলী পোনে পোনেই ঢেকীশাল পালেগৈ। ধানখিনি খুন্দাত লাগিল। এহাতে দীঘলী ওখুন্দাৰে ধানখিনি বৰাবলৈ ধৰিলে অকলে অকলে। মাক ভিতৰৰ কামবন অতাঁইহে বৰাই চৰাই দিবহি। চলাজৰাত পখিলী অকলে কৰিব লাগিব। ঘৰৰ জীযৰী বোৱাৰীযে এই কাম নকৰিলে, নৰৰ বন কোনে কৰিব। মকহামকহে খাব এগাল, জীণ নিযাবলৈকোতো কাম লাগিল। ঢেকী দিযা যেন পখিলীৰ বাবে এটাআনন্দহে। ৰোগ নাই ব্যাধিনাই, বাত নাই, বিষ নাই সময় অসময নাই , কাম যেন পখিলীৰ দৰেগাভৰুৰ চিৰ সহচৰী একান্ত আবশ্যকতা। দেহাৰ প্ৰতি শিৰা , উপশিৰাই যেন আটাহ পাৰি ফুৰিছে কাম লাগে, শৰীৰৰ প্ৰতি অঙ্গ নিবনুৱা হৈ আছে।

নিশা এপৰত যেতিযা মাকজীযেকে ধান চালি জাৰি সামৰিলে, তেতিযা দেউতাকে ৰামাযণ জোটাইছে, বন্তি গছি ধিমিক ধামাককৈ জলি মুমাওঁ মুমাওঁ হৈছে। দেউতাকে লঙ্কাকাণ্ডত মনোনিৱেশ কৰিছে। কাযতে ধৰা এখনত বহি চুবুৰীযা গেৰজাইযে একান্ত মনে লঙ্কাকাণ্ড শুনিছে, ৰাম ৰাবণৰ যুদ্ধ আৰম্ভ ভৈল। এই বান্দৰখন বাৰু ক'ৰ পৰা ওলালে লাখে লাখে, যুদ্ধ কৰিব জানে নেকি সিহঁতে। সাগৰেই পাৰ হল বাৰু কেনেকৈ? কিন্তু শাস্ত্ৰৰ কথা, খুদ ৰামায়ণৰ কথা, মিছা হব নোৱাৰে। শেহান্তৰত ৰামে সীতাক উদ্ধাৰ কৰিব। উদ্ধাৰ পৰ্ব্বও জানো কম বেদনাদাযক। শেহলৈ ৰামচন্দ্ৰৰ দুখৰ অন্ত নোহোৱা হল। সেই ৰামৰে বচন আজিকোপতি মানুহৰ মাজত চলি আছে। ত্ৰেতা যুগৰ অৱতাৰ ৰামচন্দ্ৰ এই ধৰালৈ

নহা হলে ভূভাৰত্তখনত কতই বা অশান্তি নহল হেতেন। তেৰাই আহিহে এইখন ৰক্ষা কৰি থৈ গৈছে। জয়তু ৰামচন্দ্ৰ।

"বাৰু উঠোহে আজিলৈ", গেৰজাই কৈ উঠিল।

"ভাল, অন্য এদিনালৈহে", পখিলীৰ দেউতাকে কৈ ৰামায়ণ সামৰিলে।

ঘৰ-গিৰিহতি খাই বৈ বিছনাত দীঘল দি পৰিলে।

হেজাৰ নিশাৰ লগত আৰু এটা নিশা অলিখিত ইতিহাস হৈ এইখন গাঁবতে জাপ খাই গল।

## ছয়

এদিনা আবেলি ছেগ চাই মিনাৰামে "মাজুবৌবেকক ক'লে,— মাজু বৌ, মই এটা কাম কৰিব খুজিছো,"

"কিনো কাম, সৰুডেকা," মাজুবৌকে সুধিলে।

"মই পখিলীক আনিব খুজিছো"।

"ওবা, কি কাম কৰিব খুজিছা, সৰু ডেকা। সিহঁতৰ ঘৰৰ জীয়ৰী তোমালৈ কেলে দিব"।

"দিব নেলাগে নহয়, পলুৱাইহে আনিম"।

"কি কথা কৰিব খুজিছা, এইখন দ্বন্দ্ব খৰিযাল নহব জানো?"

"কেলে হব আকৌ। তাইৰ মন খাইছে গুণেহে আনিব খুজিছো।"

"তোমালৈ? তোমাৰ নিচিনা জলহটোলৈ সেই জাকতজিলিকা ছোবালী জনীৰ মন খাইছে? থোৱা হেবা, তেনে কথা নকবা। "এইবোৰ গছত লগা কথা।"

"এ' নহয়, উমান পাইছো গুণেহে কৈছো। নহলে কেইটামান ডেকালৰাৰ সহায় লম। সবেই গৈ দাংকোলা কৰি লৈ আহিম।"

"থোৱা দাংকোলা কৰি আনিবলৈ, পাৰিলে ফুচুলাইয়ে আনাগৈ। তোমাক বিহুৰ গামোছা দিছিল জানো ?"

"মিনাৰামে ঘেহাঁই ঘেহাঁই ক'লে,—"অৱশ্যে গামোছা দিয়া নাই, বৈছে হবলা।"

"বৈছে হবলা, তোমাৰ মূৰত মাৰি যুৰা নাই, তেন্তে, ছোৱালীৰ আথৈ পোৱা টান, সৰুডেকা চাইচিতি কাম কৰিবা।"

"এ' দাংকোলা কৰি লৈ আনি মাজপথাৰ পোৱাই দিলেই মন পাই যাম।"

"অ' গোঁসাই' ইমান জনী ছোৱালীক তুমি দাংকোলা কৰি আনিবানে।"

মাজুবৌবেকে ভযতে চকুহাল ডাঙৰ কৰি মেলি ক'লে।"

"তাইক মিনাৰামে দাং কোলা কৰিবলৈ, কেতপৰ।'

'কেতিযাবা দাংকোলা কৰি পাইছা জানো ?"

"এৰা, কথাটো হলে হয, চুইযেই পোৱা নাই।" মিনাৰাম বল, তাৰ পিছত আকৌ ক'লে, "কিন্তু মাজুবৌ, কথাটো কিন্তু আইতাক নকবা দেই। চাও চোন, বাৰু ভাবি গুণি।"

মাজুবৌবকে শাসনৰ সুৰত ক লে,—"চাবা আকৌ, ধৰমাৰ লাগিলে সেই চুবুৰিটোত সাৰিব নোবাৰিবা।

মিনাৰাম মনে মনে থাকিল। মনতে ভাবিলে,"হযচোন, গামোছা দিলে জানো মোক ? তাইৰ যদি মোলৈ মন খাইছেই, তেন্তে চিন কি ? দহে সুধিলেই বা কি কম। এই কথাই কথা নহয়, চাওঁ, গামোছা দিলে দিব, নিদিলে, আৰু ধৰ ধৰ মাৰ মাৰ। কি লগ লাগিছে, মোৰ নিচিনা মিনাৰানে এই হেন ভীমাকায় ম'হটোক অকলে তন্তি ৰাখিছে, এই মিনাৰামেই চাৰি পূৰামাটিৰ খেতি অকলে তুলি দিছে, মোৰ এই দুই বাহুত যি বল আছে, হাহা, সেই বাহুবলী গদাধৰৰ বল, আহোমৰ পোৱালীহে তেওঁ মই। এনেকুৱা এজনী পখিলী কিয, চাৰিজনী পখিলীক, দুজনী দুটা কান্ধত, দুজনী

কাষলতীত ওলোমাই গিৰিম কৰে দাণ্ডি আনিব পাৰিম। আৰু এজনী পখিলীক দা,কোলা কৰি আনিবলৈ কেতেপৰ। বোকোছাত তুলি লৈ ভিৰাই লৰ দিম নৰাণীযে নৰাণীয়ে। তাৰ পিছত ঢাপে ঢাপে নি আনোতে আনোতে তাইৰ আৰু তেতিয়া মন মন হৈ থাকিবনে? মিনাৰাম মিনাৰাম হৈ যাব। কোনে পাই তেতিযা? মিনাৰাম মই পখিলীক চুচবাই হলেও আনিমেই যেই কথা সেই কাম।

পিচদিনা ঢলপুবাতে ম'হ লৈ ওলাই গল। বিলৰ ফাললৈ নহয়, ফেকেলানীৰ ফালেহে। বহুদিন এই ফালে যোৱা নাই। মিনাৰামে সৰু আলিটো এৰি চেউনী আলীটোত উঠিল, তাৰ পৰা পোৰা মাইলমান পোনাই গলেই দিহিঙ্গীয়া গাঁও, তাৰ পিছতেই ফেকেলানী। কুঁবলী কমিছে। ধুলি বাটটোত তেতিয়াও কাৰোৰ খোজ পৰা নাই। মিনাৰামে ম'হটোৰ ওপৰত উঠি আছে। গাত পুৰণিকলীয়া এৰিয়া চাদৰখন গিলিপ মাৰি থৈছে। খোছনাত পেঁপাটো। আজি কেইবাদিনৰ পৰা পেঁপাটো বজাই বজাই সি বহাগৰ বিহুলৈ আখৰা কৰিছে। তাৰ মাত শুনি ম'হটোৱেই চৰিবলৈ ভাল পায। জন্তুটোৰ অনুভৱ হয়, সি অকলশৰীয়া নহয়, তাৰ পিঠিত মিনাৰাম আছে আৰু মিনাৰামৰ হাতত মিনাৰামৰ লগৰীয়া অমাতেৰ মাত পেঁপাটো আছে। যেতিযা টিঁহিতি টিঁহিতি সুৰত পেঁপাই মাত দিযে গোটেই জযখামদা, পথাৰ ৰজন্ জনাই উঠে। সেই টিঁহিতি মাতৰ সুৰে সুৰে ম'হটোৱে একান্ত মনে চৰি থাকে। ম'হটোৱে যেন কব খোজে ওচৰৰ দিহিঙ্গীয়া গাঁও খনলৈ, হেৰেই মানুহবোৰ, ভুভাৰস্তখন সাৰ পালে, তইঁত এতিয়াও শেতেলীত। জযখামদা, পথাৰৰ মাজত যেতিযা পেঁপাৰ মাত চলি থাকে, পঘাৰৰ গাঁতবিলাকত সোমাই থকা কীট, পোকেও ভাবে কৰবাৰ পৰা ৰজা মহাৰজা আহিছে, সেযেহে ৰণভেৰী বাজি উঠিছে। মিনাৰামে নেদেখিলেও মিনাৰামৰ ম'হটোৱে দেখে। ঘৰ-গৃহস্থী সাৰ নেপালেও

মিনাৰাম আৰু মিনাৰামৰ ম'হটোৱে সাৰ পালে আৰু পথাৰত চৰিবলৈ আহিছে, অৰ্থাৎ নিত্য কাম আৰম্ভ কৰিছে। সংসাৰ কামৰ ঠাই জিৰণিৰ নহয়। যি ফোপজুৰি এপৰলৈ শুই থাকে, সি সংসাৰৰ অবাঞ্চনীয়। পুৱাতে শেতেলী এৰা জীবনৰ প্ৰধান ধৰ্ম্ম।

মিনাৰামে মনতে ভাবে, এই ডাঠ কুঁৱলীৰ মাজত পথাৰত নিৰ্ব্বিঘ্ন মনে ঘাঁহ খাই চৰি থাকিবলৈ ম'হটোৱে থাওঁ নেপায়নে? এই হেন ডেকা মিনাৰাম মই, গাযে মূৰে এৰিযা চাদৰখন মেৰাই নললে চম্ভালিবই নোবাৰো মই ইমান চেঁচা, বসুমতীখন। পিঠিৰ পৰা ভৰি দুখন ওলমি থাকি ভৰি দুখন আঁঠুলৈকে হিম চেচা হৈ যায়। ভৰি তুলি বহিবলৈ উপায নাই। তাতে আকৌ পেঁপাটো বজাবলৈ হাত দুখন উলিযাই লব লাগে। নাকেদি চলুবে চলুবে জোল বৈ আছে। আৰু ম'হটোবে আৰামত চৰি থাকে। তাৰ গাত এই চেঁচাখনৰ উমঘামেই নাই। কুবলীৰ নিযঁৰে তাৰ ওৰুত পৰাজয স্বীকাৰ কৰিছে। সেযা নহলেও এটা কথাও নহয আকৌ, ৰ দজাক ওলালেই ম'হ পথাৰত নেথাকে, ৰ দ সহিবই নোবাৰে। বৰকৈ ৰাখিলে, ভিৰাই লৰেই দিব। কি কাৰণ বাৰু, সংসাৰখনৰ জীবজন্তু ৰ'দ ওলালেহে পোকপৰুবা, ঘাঁহ বিছাৰি ওলায। ইহঁত আকৌ ওলোটাটো। ৰ'দ ওলালে গোঁহালীতহে থাকেগৈ ব্ৰহ্মাৰ নিযম সমানে নচলে।

তেতিযাও কেউনি আলিটোবেদি মিনাৰামৰ ম'হটো গজেন্দ্ৰ গমনে গৈ আছে ফেকেলানীলৈ অলপহে আছে।

মিনাৰামে দেখিলে, কুঁৱলীৰ মাজেৰে কোনোবা এটা জুলুক জুলুক কৈ আহি আছে ওচৰ পাওঁতে দেখিলে, গেৰেলা, দিখৌত গা ধুই আহিছে।

মিনাৰামে মাত লগালে,—

"গা তিয়ালে ঈশ্বৰ?"

"তিয়ালো প্ৰভু," গেৰেলাই উত্তৰ দি নৰল। তিযনি কাপোৰ

সাঁজেৰে জুৰুলীজুপুৰী হৈ কঁপি কঁপি গৈযে আছে। ঘৰত গৈহে শুকান কাপোৰ পাব। হাততে সৰু লোটাটোত পানী এলোটা।

গেৰেলা পখিলীহঁতৰ মাটি এহালিচা আধি লৈ খায়। গেৰেলা পখিলীহঁতৰ সেযে একলিখিয়া আপোন। এই ভৰ গাঁৱত, জযখামদা, পথাৰত এহালিচা মাটি যে গেৰেলাই আধিলৈ খাবলৈ পাইছে, সেযা তাৰ মহাভাগ্য। এই এহালিচা মাটিৰে তাৰ কি নোজোৰে। দুটা মানুহৰ বছৰ জোৰা ভাত। লৰাটো এবছৰীয়া। ভাত খাবৰ হোবাই নাই। জয়খামদা, পথাৰৰ এহালিচা মাটিত কম ধান পাযনে? গোটেই অসমত ইমান ধান নহয়।

এই জযখামদা, পথাৰত মানুহ পালেও মাটি পাবলৈ টান। টান হববে কথা। কম যুগৰে কথানে? তাহানি আহোম ৰজাৰ যুগৰ পৰা এই মাটিত চহ হৈযেই আছে, হৈযেই আছে, তথাপি তৰ পৰাগৈ নাই। বৰ, সাৰুবাহে হৈছে। তাতে নবাৰ কোনোবা ফালেদি মথাউৰী ভাঙি দিখৌৰ পানী সোমাই পলস পেলালে জয়-খামদা, পথাৰৰ মানুহ ৰজা হল। সেই জযখামদা, পথাৰ আজি-কোপতি প্ৰকৃতিৰ শস্যশ্যামলা হৈ চলি আহিছে। এই জয়খামদা, পথাৰেই জানো আহোম ৰজাৰ খেতিৰ পথাৰ নহয? ইযাৰ পৰাই ৰজা ঘৰলৈ ৰাজহ যায, শইচ যায, ইযাৰ মানুহেই গৈ পাইক্ খাটে। ইয়াৰ ওচৰতে আৰু কেইমাইলমান গলেই ৰজাৰ চকুত পৰা পথাৰ, খেল পথাৰ,-ৰ, পথাৰ, বিহুতলীৰ পথাৰ। তাতেই শেনচোবাই শেনৰ যুঁজ ৰজাক দেখুৱায, হাতী যুঁজ হয়, আৰু কত। ম'হ যুঁজো এই জয়খামদা, পথাৰতে হয়। এই পথাৰখনেই এক আষাৰত কবলৈ গলে "ৰজাৰ পথাৰ"। ইয়াত ৰজাৰ প্ৰজাৰ বাবে আশীৰ্ব্বাদ আছে, ছশ বছৰীয়া আহোম ৰাজত্বই এই পথাৰ-কেই চাই চাই ইহলীলা সম্বৰণ কৰিলে। তাৰ পো-পোঘা আজি পৰিমিত চলি আছে। ৰজা গল, ৰাজত্ব গল, কিন্তু আহোম প্ৰজা এতিয়াও দেশজুৰি আছে। ইয়াৰ পিছত কত ৰজা আহিল, গল,

মানে উছন কৰিলে, ই ৰাজ আহিল, কিন্তু জয়খামদাং পথাৰ আহোম প্ৰজাৰ হাত এৰা নহ'ল। পথাৰ পথাৰেই থাকি গ'ল। এই পথাৰতেই আমাৰ ককা আজুকেকাইঁতে খেতি কৰি দেহা মাৰি গ'ল। পথাৰ বৈ গ'ল। সেই পথাৰতেই আমিও চন্ কৰি দুদিন থাকি দেহা মাৰি গুচি যাম। প্ৰকৃতিৰ চিৰাচৰিত নিয়ম চলি থাকিব। আমাৰ গুৰুজনাৰ বাক্য নিষ্ফল নহয়। গুৰু শঙ্কৰে সৎ পথকে দেখুৱাই গৈছে আমাকে।

গেৰেলাই ওৰে বাটটো পদুলী নোপোৱালৈকে গুৰুজনাৰ নাম স্মৰি গৈ থাকিল, "জয় গুৰু শঙ্কৰ, জয় গুৰু শঙ্কৰ।'

ওচৰ পাজৰে মানুহ দিহাদিহি উঠি গেৰেলাৰ তিয়নি গা দেখিলেই। গুৰুজনাৰ নাম শুনি কোনে শেতেলীত থাকিব পাৰে।

গেৰেলাই মনত ভাবে। গুৰুজনাই আমাক কি দি নাই যোৱা। সংসাৰৰ নিয়ম-নীতি, আচাৰ-বিচাৰ, ধৰ্মকৰ্ম্ম, গুৰু গোঁসাই সকলো দি গৈছে। তাকে মানি চলিব হে লাগে।

গুৰুজনা আহোম ৰজাৰ তাপত থাকিব নোৱাৰিলে। কোচবিহাৰ পালেগৈ। তাতে নৰ নাৰায়ণ ৰজাৰ ৰাজসভা পালেগৈ। তেৰাক তাতে সাদৰিলে। কিন্তু গুৰুজনাক জানো আমাৰ মাজৰ পৰা বাজ কৰি দিব পাৰিলে? মাৰলঘৰ, বৰঘৰ, সৰ্ব্বতে গুৰুজনা। গুৰুজনা নহলে আমাৰ সকাম নিকাম নচলে। নামঘৰ লোপ পাই যাব। খাওঁতে-বওঁতে, শুওঁতে-উঠোতে গুৰুজনাৰ নাম। আনকি খোৱাৰ পাতত বহিলেও সাধাৰণ ভিক্ষাৰী আহিলেও সাক্ষাৎ দামোদৰ। এয়া গুৰুজনাৰ নিৰ্দ্দেশ। গুৰু শঙ্কৰে যি শঙ্কৰী ধৰ্ম্ম প্ৰচাৰি গ'ল সি সৰ্ব্বত্ৰে। মাথো এই ম্লেচখন আহিহে যত চুবা কৰিলে। নহলে এই অসমদেশ মহাপবিত্ৰ বৈকুণ্ঠ হৈ থাকিল হেঁতেন। তেৰাৰ গুণ নুগুৱা মানুহ এই ভুভাৰস্তত নাই। এতিয়াও তেৰাই আমাৰ মাজত অৱতাৰ হৈ আছে, চিৰকাল থাকিবও। তেৰাৰ নামেৰে আমাৰ নাম।

গেৰেলা গৈ পত্তলীমুখ পালেগৈ।

"হেৰ ফেডুবাৰ মাক শুনিছনে, সলোৱা কাপোৰখন দেচোন।"

"কতনো সলাবৰ কাপোৰখন আছে ?,' গেৰেলাৰ ঘৈনীয়েকে ভোৰ ভোৰাই উঠিল।

"বাৰু, গামোছাখনকে দে"।

গামোছা দি গেৰেলাৰ ঘৈনীযেক পুখুৰীত জোবোৰা মাৰিবলৈ গল।

গোঁসাই ঘৰত সেবা দি যেতিযা গেৰেলা ওলাই আহিল তেতিয়া পুহৰি পুহৰি হৈছে। ঘৈনীযেকে আগবঢাই দিয়া জলপান ভাত গাল খাই ঘৈনীযেকক তামোল এখন খুজি ক লে, মই পখিলীৰ দেউতাকক লগ ধৰি আঁহোগৈ, মাটিখিনি আৰু এবছৰৰ কাৰণে লগাই থৈ আহোগৈ।

ঘৈনীযেকে লগে লগেই মাত লগালে, "এটা কথা নয়,— তেওঁলোকৰ ঘৰলৈ গলে এটা উন্নুকিযাই থৈ আহিবা।

"কি কথানো ?"

"মিনাৰামৰ কথা।"

"মিমাৰামৰ কথা, কিহল নো ?" গেৰেলাই ঘৈণীয়েকলৈ চালে।

"সি তলে তলে পখিলীৰ লগত হাতবাত কৰিছে।"

"তইনো কেনেকৈ জানিলি ?'

"আমাৰ গাবত কথা ওলাইছে। আমাৰ গাবঁৰে মনাইৰ আনিবৰ মন। মনাইযে আনক। মনাইহে তাইৰ লায়ক যুৰীয়া হব। তুই ঘৰেই দপদপাই খোবা মানুহ। মিনাৰামলৈ গলে এসাঁজ লঘোন দিব লাগিব। মিনাৰামনো মানুহনে ? সেই ছালচিগা ভিকহুটো।"

"এৰা, মিনাৰামক লগ পাইছিলো এতিয়া।

গেৰেলাৰ ঘৈনীযেকে খঙৰ স্বৰতে ক'লে,—

"ক'ত এই ব্ৰহ্মপুৱাতে তাক লগ পালানো ?"

"ম'হ নিছে ফেকেলানীলৈ ?"

"মনাইয়ে পালে দিব।"

গেৰেলাই তামোল এখন খাই খাই ক'লে কথাৰ লাচতে উলিয়াব লাগিব। নহলে আকৌ ওভতগোৱে নাচিলে মোৰ মাটিডৰাও যাব।"

"নহয, তুমি ভালকৈ কথাটো যুতি লগাই কবা।"

"মনাইয়ে আনিব খুজিছে যে তালৈ জানো তাইৰ মন খাইছে?"

"ছোবালীৰ আকৌ মনখোবা নোখোবা কি বস্তু, চকুক সুধি চাউল দিযে নেকি? গেৰেলাৰ ঘৈনীযেকৰ মাতত অভিভাবকত্বৰ-সুৰ। লগতে আকৌ ক'লে,—

"মনাইযে কিবা খুজি মাগি আনিবনে?"

"তেনেহলে, কেনেকৈ আনিব লোকৰ ছোবালীজনী? মই তোকু অনাদৰে আনিলে হে হব।'

"ইমান ভাল ঘৰৰ লৰা সি, তাৰ পৰিযালৰ নাম আছে।"

"ওবা, পলুবাই আনিব বিহুতলীৰ পৰা, বিহুমাৰি থাকোতে আৰু কেইটামান ডেকালৰাগৈ চুচৰাই লৈ আহিব, কিনো জগৰ লাগিব। সংসাৰৰ বিযা এনেকৈ হৈযে আছে। পিছত ভৰণী দিবলৈ টকাৰ কিবা আকাল আছে নে মনাইহঁতৰ। কাযে কাৰবাৰে, খেতিযে পথাৰে টকা পইছাই মনাইহঁত নদনবদন। ককাযেক এটাই কেছাৰিত পিযন কামো কৰিছে। সৰু ভায়েকটো মৌজাৰ লগুৱা হবলৈ যাবই। আৰু পখিলীযেও দপদপাই চলিব পাৰিব। সেই জনী ছোবালী, কম বুলিছা নেকি, মনাইহঁতৰ গোটেই ঘৰৰ কাম অকলেই তুলি দিব। জাযুৱলীৰ দৰ্কাৰেই নাই। সেই মিনাৰামৰ ঘৰলৈ গলে তাইৰ কাম কৰিবলৈকে থল নাই। বহি বহি গেধাজনী হৈ পৰিব। লাহে লাহে বেমাৰীহে হবগৈ। কথাটো ভালকৈ বঢাই বুজাই কবা। মইয়ো ভাল পাওঁ, পখিলী আমাৰ গাৱঁৰে বোৱাৰী হওক। মাজে সময়ে, বিপদে আপদে মাত এষাৰ পাম। একালৰ চিনাকী ছোৱালী বুলি কেতিয়াবা বনবাৰী কৰিও এখুদ চাউল আনিব

পাৰিম। মোলৈহে সহায়। আৰু পখিলী যিহে ৰা\ঢালী ছোৱালী,—মই মিলিব পাৰিম। আৰু দেখিও ভাল লাগে নহয়। মাতেহে চিত্ হৰে। মনাইহঁতৰ বৰঘৰ শুবনি কৰি থাকিব। ওলাওঁতে, সোমাওঁতে পখিলীৰ ভৰিৰ দোপদোপনীত গোটেই ঘৰ উথল মাথল হৈ থাকিব। আমি গলে দূৰৰ পৰাই মাত দিব, "গেৰেলী আহিলি, আহ, তামোল এখনকে খাই যা" মিনাৰামৰ ঘৰলৈ গলে সেইখিনিও মুদা মৰিব। নালাগে, পখিলীক মনাইয়ে আনক, আগলৈ বাটলৈ মোৰেই সম্বল। মোৰহে মেল হবগৈ।

গেৰেলাই ক লে, —"তেন্তে, তপতে তপতে নোকোৱাই ভাল। কেইদিনমান বাট চাঁও। আগে মাটিডৰা ঠিক কৰি লওঁ। তাৰ এদিনৰ পিছত কাণছোৱালেহে ভাল হব, বুজিছ।"

## সাত

"চৰাযে তুলিলে ছআঁৰা পোবালী
গছৰ ডাল শুবনী কৰি
মাৰে বাপেৰে তুলিলে তালিলে
মোৰে ঘৰ শুবনী কৰি"—

বিলৰ ঘাটৰ পৰা পানী বুৰাওঁতেই পখিলীৰ বিহুনামযাৰ কাণত পৰিল। সাউত কৰে তাই মূৰ দাঙি চালে মিনাৰাম আহিছে বুলি। অন্ততঃ গামোছাখন দিবলৈ বুলি বতৰা মিনাৰামক দিব। কিন্তু পিছমূহূৰ্ত্ততে পখিলীৰ মুখ ক'লা পৰিল আৰু লগে লগে খঙে মূৰৰ চুলি পালেগৈ। এযা দেখোন, মনাই হে। কাক ভাবিছিল, কোন ওলালে। পানী বুৰাযেই পিছলৈ নোচোৱাকৈ পোনচাততেই ঘৰ পালেগৈ পিছাফালৰ ম'হ চৰাই থকাৰ পৰা মনাইয়ে উকি এটা মাৰিলে। পখিলী চিৰি\ কৰে গল।

গৈয়েই পখিলীয়ে মাকক গোচৰ দিলেগৈ।

"কৰ আধামৰাটো, মোক চুপতি মাৰিবলৈ আহিছে, কাত-চৰ দিম চিনি পোৱা নাই।"

ভকলাৰ জীয়েকহে মই পাবি একা।"

"কোন অ' কোন? পখিলী, কাক কাত চৰ বা অ' নো,"-মাকে সুধিলে।

"কোন হব আৰু, দিহিঙ্গীয়া গাঁৱৰ গোলাপৰ পিতেক মনাই।"

মাকে ঘাটৰ ফালে মুখ কৰি চালে আৰু মনে মনে থাকিল। ডেকালৰাই গাভৰু ছোবালী দেখিলে টিট্‌কাৰী মাৰিবই, তাতে বিহু আহিছে নহয়। এয়া বিহুৰে আগলি বতৰা।

পখিলীৰ মাকে কথাষাৰত বৰ গুৰুত্ব আৰোপ নকৰিলে। এয়া গাৱঁলুঁঞে সচৰাচৰ ঘটা ঘটনা। বা তাকেইনো কি কৰিব। তুষাৰমান ক'লেও মনে মনে থাকি ঠোটমোট চেলেকী গুচি যাব। শাহু আইৰ গালি আশীৰ্ব্বাদ বুলি মূৰত লৈ আনন্দ মনেৰে টকালি পাৰিহে যাব। গতিকে বোচৰাক টেঙামাত নিদিয়াই ভাল। তেহেলৈ গাভৰু ছোবালী, এঘৰলৈ উলিয়াই দিবই লাগিব। কোনে জানে, মনাইৰ ভাগতে পৰেনেকি? সেইযা এঘৰ পুৰণি চহকী মানুহ। খেতিয়ে পথাৰে, টকাই পইছাই মক মককৈ খাই আছে। পখিলী তাত পৰিলে একো বেযাও নহব। কিন্তু লৰাৰ মন খালেই জানো হব। ঘৰ গিৰিহঁতে মত নিদিলে ছোবালী নিদিউ। পলুবাই নিযাৰ নামেই লব নোবাৰো। তাতে গাবঁৰে ডেকা লৰা। এষাৰ নাম জীযেকক চাই মাৰিলেই যেনিবা, কতনো কি ক্ষয গল। বৰং মোৰ ছোৱালী মনাইৰ নিচিনা ডেকাৰ চকুতো পৰিছে। অৰ্থাৎ মোৰ প্ৰাণৰ জীউ পখিলী দেখনিযাৰ হৈছে।

এইবোৰ সাধাৰণ ঘটনা। চকু নিদিযাই ভাল।

নিজৰ জীবনতো জানো পখিলীৰ মাকৰ এনে ঘটনা ঘটা নাই। পখিলীক এটাই হে চকু মাৰিছে। মোৰ জীবনত মোৰ ঘৰৰ কেউকায

ডেকা লৰাৰে জুম আছিল। ওলাওঁতে সোমাওঁতে চকু মাটিৰ পৰা তুলিবই নোৱাৰো। যেন বাটে ঘাটে স্বয়ম্বৰৰ কোৱঁৰ সকলহে মালা ৰৰিবলৈ বৈ আছে। পিছে কি হল,—গঙ্গাটোপটো হৈ থাকি মই ভাল ছোৱালী দেখুৱাবলৈ গৈ ভালৰভালটোকো মই অপছন্দ কৰিলো। শেষত হল গৈ কি, সেই বিহুতলীৰ পৰা বলেৰে দাঙি লৈ আহিলে আটাহতকৈ আপচু পখিলীৰ দেউতাকেহে। দাঙি আনিলে যেতিয়া মোৰ চিঁঞৰ বাখৰ ব্ৰহ্মাবিষ্ণুৱো কৰ্ণত নপৰিলে। মুখত এটাই সোপা দি ধৰিলে। তিনিটাই একুবাবলৈ যোৱা মানুহক অগাভেটা কৰিলে। দাঙি লৈ যোৱাটো অন্য মানুহহে, সি সেই ছেগতে ভিৰাই লৰ দিলে পথাৰে পথাৰে। দৌপাই জোপাই পথাৰৰ মাজ পালোহি, তেতিয়া মোৰ গাত একলিখিযা চেতনাই নাই। ভাগৰ মাৰি অৰ্ত্তালত দেখো এন্ধাৰে মুন্ধাৰে এটা ডেকা, তেতিয়াও তাক চিনিব পৰা নাই। মোৰ মন কান্দোনত ভাঙি পৰিছে। মোৰ এই হাঁয ঐ, চিঞৰলৈ তাৰ কাণ সাৰেই নাই। মোৰ কপালক তেতিযাও দোষি আছো, কোনটোৰ ভাগত মই পৰিলো। তেতিয়া আৰু ঘুৰি যাবৰ শকতিও নাই। শকতি থাকিলেও যাবৰ উপায নাই। কাৰণ ইতিমধ্যে বিহুতলীত আৰু তাৰ আশেপাশে ৰাষ্ট্ৰ হৈ পৰিছে আমুকীক পলুৱালে বুলি। গতিকে কপালকে দুষি ঠিয হৈ থকাটোলৈকে যাবলৈ থিৰ কৰিলো। এইখন কন্দাকটা কৰি থাকোতে হুৰ হুৰ কৰে কেবাটাও মানুহ ওলালহি। মই ভাবিলো, পিতাইৰ মানুহে মোক উলোটাই নিবলৈ আহিছে। কিন্তু আচলতে সেযা আমাৰ পখিলীৰ দেউতাক আৰু লগৰ কেইটা আছিল। পখিলীৰ দেউতাক আহি লগে লগেই ফোঁপাই জোপাই ক'লে, "মানুহ পিছত আহিছে , গতিকে তইঁতে ইয়াত থাক, মই মোৰ বস্তু লৈ যাওঁগৈ ঘৰলৈ, ঘৰ পালোহিয়েই। সিহঁত আহিলে তহতঁক সুদাহাতে দেখিলে একো নকৈ গুচি যাব। মই তেতিয়াহে বুজিলো, মোৰ হব লগা স্বামী আহি পাইছেহে। বাকীবোৰ তেওঁৰ পাইকৃহে।

মই নেযাওঁ নখওঁ কৰিছিলো, কাৰণ মোৰ মন নাছিল যাবলৈ তালৈ। কিন্তু মোক লৰচৰ কৰা নেদেখি পখিলীৰ দেউতাকে বোকোচাত তুলি একে উশাহেই লৰ দিলে।

পিছদিনা ছুকুৰি দহ টকা ভৰণী দি ৰাইজ বিয়া পাতিলো।

সংসাৰখনৰ এনেকুৱা কথা। কাৰ ভাগ্যত কি লিখন আছে এক ভগবন্তই হে জানে। মনাইৰ যদি পখিলীলৈ মন খাইছে, ৰেয়ালৈ নহয়, ভাললৈহে। এই আঁকৰীয়ে কি বুজিব। বাচোতে বাচোতে বকৰাণীতে পৰেগৈ নেকি, কোনে জানে।

চোতালত কিবা এটা কৰি থাকোতে পখিলীয়ে আলিবাটলৈ চাই দেখে, মনাইযে ম'হ সিহঁতৰ পদূলীযেদি চাই চাই লৈ গৈছে। মাকেও দেখিলে। পখিলীয়ে মনতে ভোৰ ভোৰালে।

"নেমাতি থাকিলো বুলি গালি যাৰ চেৰেক শুনিম বুলিয়ে এই-ফালে আহিছে। নগলে হে পাৰিছে তালৈ।"

সৰু ভায়েক দেওকণে বায়েকক সুধিছে, "বাইডেউ মোকনো কিয় গালি দিছ ?"

"হেৰ, তোক দিয়া নাই অ'। সৌ জহনী নিযাটোকহে দিছো।"

ভায়েকে ইফালে সিফালে চাই দেখে কোনো নাই। ভালকৈ চাবলৈ ভায়েক পদুলীমুখলৈ ওলাই গল। কেঁকুৰিটোলৈকে চাই দেখে এটা ম'হ চৰাই থকা মানুহে কেঁকুৰিটো ঘুৰিছে।

মনাইযে ম'হ নি ঘৰ পোৱালেগৈ। গোটেই বাটটোতে মনটো পখিলীৰ কথাকে ভাবি মনটোকে ভাল লগাই গৈছে। আজি গধুলীলৈ যে তাৰ ডেকাচামৰ মেল আছে। কোনে কোন জনী এই বিহুতে পলুৱাই নিব, তাৰে মেল। কিন্তু সিহঁতে মনাইক মেলত লোৱা নাই। কাৰণ সিহঁতৰ বিয়াবাৰু কৰি ছোৱালী নিবলৈ শক্তি নাই। সেয়ে টনা আজুৰা কৰি সংসাৰ নকৰিলে নহয়। মনাইৰ কি ? দহোটা হাতী, দহখন গৰুগাড়ী কেৰেয়া কৰি ধুমধাম কৈ

বিয়াপাতি ছোৱালী আনি ঘৰ সুমুৱাব। তাক লগ ললেহে দিগদাৰ আছে। পিছত গৈ চোৰা, চোৱা গিৰি নকৰিলে হে হৈছে।

কিন্তু মনাইৰ সেইবোৰলৈ ভ্ৰূক্ষেপ নাই। পখিলীয়ে উচাৎ মাৰি গুচি গল যেতিয়া সেই ফালে ফাঁপিছে। গতিকে টনাআজুৰাই শেষ অবলম্বন আৰু তাকে কৰিবলৈ গলে এই দল পকাব লাগিব। অকলেই পাৰো, কিন্তু কৰবাত উজুতি খাওঁ বুলিহে মুস্কিল। সাৰিব পাৰিলেতো ভালেই, পাৰ পালো। নহলেতো পিঠিত ভুকু, কিল, চৰ আটাইবোৰেই কোনফালৰ পৰা পৰিব, আধ্যাই কৰিব নোৱাৰিম।

এই ভাবিযেই মনাই চেলেউটো সুপি সুপি সিহঁতক বিছাৰি গল। ইফালে সিফালে চাই কতো নেদেখি চতাই আলীৰ সিটো মূৰলৈ আগ বাঢি গল। তাত গৈ দুটাক লগ পালে, গেন্ধেলা আৰু বদন। দুইটাই নিতাল মাৰি বাকী কেইটালৈ অপেক্ষা কৰি আছে। মনাইক দেখি সিহঁতে এৰাব খুজিছিল। ভাবিছিল, নেদেখাকৈ মনাই কলৈ যায য'ক। কাৰণ, এইবাৰ ছোবালী ঘৰ সুমুবাব নোবাৰিলে অহাবছৰলৈ গাৱঁত থাকেনে নেথাকে ঠিক নাই। বিযাৰ বতৰ আহিছে। ধৰা-মেলা কৰাৰ সময়। তাৰোপৰি অহাবছৰ সেই কেইজনীকে আকৌ কোনোবাই থপিযাই নিম বুলি ওলায় বা। গতিকে এই বহাগতেই, এই বহাগতেই, এই বহাগতেই। যৌবন লৌ লৌবাই আছে, সিহঁতৰ যৌবনে মোকখা, মোকখা কৰি আছে। বতৰৰ আম বতৰতে নেখালে, আবতৰত কি সোৱাদ আছে। মনাই আহি কাষ পালেই আৰু জুমি জুমি গেন্ধেলা, বদনকে উলিয়াব পাৰিলে আৰু উশাহ নেপেলোৱাকৈ একে এষাৰতে কৈ উঠিল,—

"বাকী কেইটা ক'ত, বদন?"

"জানো, কব নোৱাৰো," কিবা সকাম আছিলনেকি, মনাই কাই?"

"ওৱা, তহঁতে আকৌ মোক এৰা দিবলৈ কেলৈ খুজিছ, মইয়ো তহতঁৰ লগ লওঁ।

মোকো অলপ লগ নিদিলে মোৰ কামটো কেনেকৈ কৰিম।"

গেন্ধেলাই সুধিলে,—

"দেদাই, তই চোন বিয়া কৰিযেই আনিব পাৰ ?"

মনাইৰ যেন দুখত অন্তৰ ভৰি গল আৰু দীঘলকৈ এটা হুমুনিয়াহ পেলাই বহি গল। লাহে লাহে ক'লে, বিযা পাতি আনিব পাৰিলে ইয়াতনো আকৌ তইঁতৰ লগত খপিযা দিওঁনে ?"

"থ' দেদাই, তইঁতৰ ঘৰত ধন নাই বুলিলে কোনে বিশ্বাস কৰিব।"

"ধনৰ কথা নহয অ, গাঁঠিটো সেইখিনিতেই"

মনাইৰ কথা শেষ হবলৈ নিদি বদনেই ক'লে, "মনাই কাই, তইনো কাক আনিবলৈ মন কৰিছ ?

"সেই পখিলীক অ পখিলীক।

"কৈ মেলি চাইছিলিনে ?"

"নাই, তাইৰ মোলৈ মন নাই, সেই ভিকছু মিনাৰামলৈহে যাবৰ মন।"

"হযনি ?'

"অ তো আকৌ, বিযা পাতিলে তাই নাহো বুলি ক লে, মোৰ মানটো ক ত থাকিল।'

"গেন্ধেলাই মাত দিলে,' —

"ঠিক আছে দেদাই, তই ৰাখিবিতো, ঠিক কথা কৈছ, অঁ, তই হাতখন লগাই দিবি তাইৰ গাত, তাৰ পিছত'

বদনে কৈ উঠিল, "তাৰ পিছত কি কৰিবি, তোলৈকে আনিবিনি ?"

"ঠেৎ, তাৰ পিছত মোৰ কান্ধত তুলি দেদাইৰ পিৰালিৰ চুক পৌছাই দিম। তাৰ পিছত দেদাই যি কৰ কৰি থাকিবি।'

বদনে কৈ উঠিল,—

'কিন্তু কথা যেন গাপতে থাকে, ওলাব লাগিলে আটাই কেউটাৰে মৰণ।"

মেলত ভৰণী দি তৎ নেপাবি। আই দেউতাৰেটো গালি খাবই লাগিব। গাঁওগঞাই। আগতো মুখ উলিয়াব নোৱাৰিম।

"গেন্ধেলাই ক'লে—"

"তেহেনীৰ, ভোলাকাইহঁতৰ কি হৈছিল মনত আছে? জোতা সোঁতা মাৰিবলৈহে বাকী থাকিল।"

মনাইয়ে ক'লে, তইঁতে মোৰ বিষয়ে চিন্তাই নকৰিবি। মই আনিলে ৰাখিমেই তাইক। এই হেন জাকতজিলিকা ছোৱালীজনা আনি পঠিয়াই দিব পাৰিনে?"

তিনিও তাতে মহলা মাৰি বহি থাকিল। বাকী কেইজন অহাই নাই। ওলাবহি। তাতে বহি থাকোতে তামোল, চেলেউ কেবাটাও শেষ হল। সৰ্ব্ব শেষত আহিল ভোগেশ্বৰ, ঘন আৰু প্ৰতাপ। দল পুৰা হল। বয়সত আটাই কেউটা কাণ সমনীয়া মনাই হে কেবল বয়সত কেই বছৰমান ডাঙৰ। গেন্ধেলা আটাই-তকৈ সৰু, কিন্তু তাৰ গাৰ বলৰ কাৰণেহে তাক দলত লৈছে। কাৰণ ছোৱালী দঙা কামটো সিয়েই কৰিব লাগিব। তাৰ গলধন ধৰা ডিঙি দেখিলে, সি যে একেছাটে বহুদূৰলৈকে কামটো কৰিব পাৰিব নি সন্দেহ, তাতে আকৌ সাহসো আছে। তাৰ হাতৰ বাহু কেইটা দেখিলে এলাপেছা ডেকাই চোঁচা লবই নোবাৰে, আৰু ধৰ বুলিলে ধৰা এই গেন্ধেলা। গাঁৱৰ ইমূৰৰ পৰা সিমূৰলৈকে তাৰ নাম আছে। গাঁৱৰ ছোৱালীয়ে সি জোকালেও মনকাণ নকৰি গুচি যায়। নহলে জগৰ লগাব লাগিলে, সি বিহু তিহু নেমানিব, বেৰৰ চুক কাটি টোপনীত লালকাল দি থাকোতেই ছোৱালী তাৰ বোকোচাত উঠি ঘৰ পাবগৈ। তাৰ হাতখনো অলপ লৰ, কাৰ বাৰীত তামোল কেই থোকা আছে, পকা কল কেই থোকা আছে, তামোলৰ গাঁত ক'ত পুতিছে, তাৰ নখদৰ্পণত। গাওঁগঞাঁই তাক অলপতে নোজাকাইযো। তাৰ কাজে কামে গাৱৰ লবাই দেখিছে তাৰ সিদ্ধান্তত ভুল নহয়, সি কাম কৰিবলৈ লব, যেনেতেনে নিযাৰিকৈ কৰি তুলিবই।

সেয়েহে এই ডেকাচামৰ তাৰ ওপৰত একচেতিয়া ভাৰসা। সি

থাকিলে যেনেতেনে কাম ফেৰা কৰিব পাৰিবই। তাৰ সাহসতে বদনে মনাইক লগ লোৱাত সম্মতি জনাইছে। কাৰণ পখিলীক মনাইৰ ঘৰ সুমুৱাৰ পিছত মনাইযে ঘৰৰ গালি খাই নাৰাখিব লাগিলে, গেন্ধেলাই দেদাই ককাই নেমানিব, এন্ধাৰৰ ছেগ চাই গুকলা গুকল কিল পৰি যাব। মনাইযে তৰ্কিবই নোৱাৰিব। সেয়েহে মনাইয়ে নিজৰ মতত অটল হৈ থাকিব। আটাই কেউটা বহিল।

মনাইক দেখি বাকী কেইটাই অলপ অস্বস্তি বোধ কৰিলে। কিন্তু বদনৰ কথাত বুজিলে যে সি দলত সোমাইছে আৰু গেন্ধেলাই তাক হাতৰ মুঠিত পেলাই লৈছে।

আটাই কেউটা একমত হল আৰু পৰস্পৰে পৰস্পৰক সহায় কৰাত প্ৰতিজ্ঞাবদ্ধ হল। যাৰ যি কাম ভগিযাই দিলে। মূল কামটো হল-গেন্ধেলাৰ। যালৈ আনিব সি সেই ছোবালীজনীৰ গাত হাত দিব লাগিব বা এটা আজুঁৰা মাৰি দিলেই বাকী খিনি কাম গেন্ধেলাই সমাপ্ত কৰি পেলাব। অৰ্থাৎ সেই মুহূৰ্ত্তত ছোবালী জনীযে জানিব লাগিব তাই কাৰ হাতত পৰিলে। এতিযা উপায।

কাৰ জনী আনি কাৰ ঘৰত থব, কোন দিনা কোন বিহুতলীৰ পৰা কোন জনীক বিহুতলীৰ পৰা দঙা হব, ইত্যাদী কথা ওলাল। কোনেও লগ এৰা এৰি হব নোবাৰিব।

কথা শেষ হোৱাৰ পিছত বদনে মনাইক ক'লে, "মনাইকাই, তোৰ যিদিনা পাল পৰিব, সেইদিনা এৰিয়া চাদৰ এখন বা কম্বল এখন লৈ লবি। টনাআজুৰা কৰি লৈ আহি জেউৰা জপিয়াওতে, চাপ বগাওঁতে কাৰোবাৰ আকৌ চুৰিযা, মেখেলা কাৰবাৰ বাৰীৰ দাপৰ জেউৰাত লাগিআহিলে গা ঢাকিবলৈকে কাপোৰ এখন লাগিব। সেইবাৰ সোণ জনাক আনোতে পথাৰৰ মাজত দেখে তাইৰ গাত কাপোৰেই নাই। পিছত এৰিয়া চাদৰখন মেৰিযাই থৈছিল বুলিহে। যেই নহওক, মনলৈ আহিল যেতিয়া কাম সিজি যাব। কিন্তু মনাই-কাই তই কিন্তু ভাল দাঁও মাৰিলি দেই। পখিলীৰ নিচিনা ৰচকী,

বা‌ংগালী ছোৱালী আমাৰ গাৱঁতে নাই। তাইৰ দেহালৈ চাই তই যে বলে পাৰিবি, টানে মস্কিলেহে দেই। আৰুবেলি বিহুত দেখা নাই, কি ককাল কচালি কচালি নে নাচিছিল তাই।" গেন্ধেলাই মাত লগালে, বাৰু এযে কথা ৰল। সময় মতে ওলাবি।

দিহাদিহি সকলো ঘৰলৈ গল।

## আঁঠ

দুপৰীয়া ভাত পানী খাই পখিলী ৰঙিলীহঁতৰ ঘৰলৈ যাবলৈ ওলাল। গামোছা উলিযাইছে নে নাই বাতৰি লবলৈ। এই ভখৰত ৰঙিলীযেই পখিলীৰ একলিখিযা লগৰী। দুযোজনী একে কাজিতে ওপজা। একে পাঠশালাতে পঢ়া, একেটা বিলৰ ঘাটতে কলহ বুৰায। দুখৰ সুখৰ কথা এষাৰ হয়। মিনাৰামৰ কথা ৰঙিলীযে জানে। আৰু এই ছেগতে মিনাৰামৰ কথাও সুধিব। তাক যে পখিলীযে কেবাদিন ধৰি দেখা নাই।

বুকুৰ চোলাটোৰ ভিতৰতে গামোছাখন জাপিজুপি ভৰাই লৈ গৈছে। বাটত লগ পালে মিনাৰামক দিব। নহলে ৰঙিলীৰ হতুৱাই মিনাৰামলৈ বাতৰি পঠিযাব।

ৰঙিলী তাঁতৰ শালতে আছিল। গামোছা ওলাগৈয়ে নাই। মাকো লগতে বহি আছে। পদুলীমুখতে পখিলীক দেখি ৰঙিলীয়ে মাত লগালে,—

"কি অ' ভাল মনত পৰিল, আজি তোৰ?'

"পখিলীয়ে ক'লে, নকবি অ', যিহে কাম ঘৰখনত।"

"এবা তোৰহে কাম, আমাৰ হলে বন" কৈয়েই ৰঙিলীয়ে হাত সুদা দেখি সুধিলে, পিছে দিবলৈ গামোছা উলিয়ালিনে নাই?

"উলিয়ালো"।

ৰঙিলী যেন লাজতে মৰি গল।

একেদিনাই তুয়োজনীয়ে তাঁতত গামোছা লগাইছিল।

"মুলিয়াৰ কেলৈ, যি হে কাজী শিপিনী সেইজনী, এইখন চহৰতে নাই," মাকে গৌৰবৰ সুৰতে ক'লে।

"তাইৰ লগত কোনোবাই ফেৰ মাৰিব পাৰে নেকি ?"

সৰু টুলখন ৰঙিলীয়ে পখিলীলৈ আগবঢ়াই দিলে।

পখিলী তাত বহিল।

মাকে তামোল এখন কাটি পখিলীৰ হাতত দিলে আৰু ঘৰৰ বা বাতৰি সুধিলে,

"মাকে কি কৰিছে ? বিহুলৈ পিঠাপনা উলিযালিনে নাই ?"

"উলিয়ালো, উলিযাই মেলি আজৰি পাইহে এইফালে আহিলো, আইতাই মাছলৈ গৈছে। পিতাইয়ো এই কেইদিন খোৱাত মাছ পোবা নাই।

দুযাৰ এযাৰ কথা পাতি মাক ভিতৰলৈ গল চাহ এবাতি কৰিবলৈ।

মাক উঠিবলৈহে পালে পখিলী সাউত কৰে উঠি ৰঙিলীৰ ওচৰ পালেগৈ।

'মিনাৰামক দেখিছিলি নি ?

"অঁ, দেখিছিলো,—

"ক'ত দেখিছিলি ?'

"সেইহে হবলা অসমযত ওলাইছহি, মিনাৰাম কাইক বিছাৰি আহিছ, মোক নহয়।' পখিলীযে ৰঙিলীৰ ডিঙিটোতে আকোঁৱালী ললে 'ক, ক কেবাদিনো দেখাও নাই, খবৰো পোৱা নাই।" মোৰে শপথ ক'চোন, দেখিছিলি নিকি ?

"কালি দেখিছিলো, এইফালে দিনি বিললৈ ম'হ চৰাবলৈ গৈছিল, কিয় জানো, তহতঁৰ ঘৰৰ পদুলী মুখৰ অলপ আগৰ পৰাই উভতি আহিল।'

পখিলীয়ে ক'লে, বিলত মনাইয়ে ম'হ চৰাইছিল।"

"অ, সিও এইফালে আহিবলৈ লৈছে নেকি ? তাৰ মতলব ভাল নহয় দেই, পখিলী। এইবাৰ বিহুত তোৰ ফালে টান আছে, সি চকু দিছে তোৰ ওপৰত।"

"এ' ভাল কথা কৈছ, সিদিনা বিহুনাম এষাৰ মাৰিছিলেই"

"পিছে, তই কি কলি ?"

"কিতো কৰি, আৰু মনে মনে গুচি গলো। তালৈ নগলেহে দিন গৈছে মোৰ। আধামৰাটো কৰবাৰ।"

ৰঙিলীয়ে ঢেক ঢেক কৈ হাঁহিলে। দুয়োৰো মাজত আকৌ হাঁহিৰ ৰোল উঠিল।

থমক মাৰি ৰঙিলীয়ে সুধিলে, "পিছে মিনাৰামক দিবলৈ গামোছা উলিয়ালি নে নাই"

'এতিয়াও বাকী থৈছোনে ?'

'কোন খন চাওঁ"।

পখিলীয়ে বুকুৰ চোলাটো মেলি ৰঙিলীৰ মুখৰ ওচৰলৈ লৈ গৈ দেখুৱালে। ৰঙিলীয়ে জুমি চাই দেখে চোলাৰ ভিতৰত আলফুলকৈ জাপি থোৱা মিনাৰামলৈ এখন গামোছা। ৰঙিলীয়েও নিজৰ চোলাটো আধা মুকলি কৰি পখিলীক "দেখুবালে, মোৰো হৈ আছে।" দুয়ো আনন্দত কিৰিলি পাৰি উঠিল।

"পিছে তাক লগ নোপোৱাই হলো নহয় পখিলীয়ে ক'লে।

ৰঙিলীয়ে ধেমালীতে জোকালে, "কাক নো কাক ?"

"সেই মৰাটোক'। কৈয়ে পখিলী মুখ ওন্দোলালে।

ইতিমধ্যে ৰঙিলীৰ মাকে চাহ তিনিবাতি ডাঙৰ কাঁহি এখনতে লৈ আহিল। কাষতে কেইটামান পিঠা।

পখিলীয়ে চাহ এবাতি লৈ কলৈ, "মাহিদেৱে বিহুৰ পিঠাই দিলে," বুলি কৈ পানী পিঠা এটা হাতত তুলি ললে।

চাহ খাই অতাঁলত ৰঙিলীৰ মাকে ক'লে, "পিছে, পখিলী তই এদিন

আহিব লাগিব মোৰ তাঁতখনত অলপ লাগি দিবলৈ, বাহি বিহুত আহিলেও হব।"

পখিলীয়ে মূৰ দোঁৱাই সম্মতি জনালে।

ৰঙিলীয়ে ধেমালীতে জোকালে, "লোকৰ ঘৰত বোৱাৰী হৈ গৈনেকি?

পখিলীয়ে চকু কেইটা ঘোপা কৈ চালে।

"বাৰু, সেইটো ভাগ্যৰ কথা, বোবাৰী হব লগা আছে যদি, হবি গৈ, কিনো জগতত নোহোৱা নুপজা কথা।"

ৰঙিলীয়ে মাত লগালে, আইতা, গৰু গাধোবালৈ কেইদিন আছে?

"আছে ছদিন মান"।

পখিলীৰ বুকুখন চিৰিং কৰি গল। গৰু গাধোৱা দিন সমীপ হলহি। মিনাৰামহে নাহিল। এই বিহুৰ আগে আগে গামোছাখন দিবলৈ নেপালে বাহীবিহুত নো দি কি ৰস পাম।

মিনাৰামলৈ পখিলীয়ে বাট চাইছেহে, বাট চাইছে মিনাৰাম চকুৰ আগত নপৰাই হল। তাকে ভাবি গুণি মনৰ দুখ সন্তাপ পাতলাবলৈ হে ৰঙিলীৰ ওচৰলৈ আহিছিল।

পখিলীয়ে ভাবিলে, ৰঙিলীকেই জোৰ কৰি ধৰিব, মিনাৰামক কবলৈ। যেনেতেনে যেন পখিলীক লগ ধৰে। অন্যথা উপায় নাই।

দুযাৰ এষাৰ কথা পাতি থাকোতে বেলি পৰিবৰে হল। উপায় নাই। পখিলী যাবলৈ উঠিল। মাকক মাত লগাই উঠিবলৈ লওঁতে ৰঙিলীও পদূলী মুখলৈকে আগবঢ়াই দিবলৈ আহিল। সেইছলতে পখিলীয়ে ৰঙিলীক ক'লে, তই মিনাৰাম কাইক পালে, যেনেতেনে কবি মোক লগ ধৰিবলৈ, বিহুৰ আগে যাতে লগ ধৰে দেই, নহলে বিহুৱান বুকুৰ মৰা গাপতে বৰমুহিব।"

দুয়ো ঢেক ঢেককৈ হাঁহিলে। কুকুৰটোৱে এনেই ভুকাই উঠিল। পখিলী ঘৰলৈ বুলি আলিবাটত উঠিল। চেউনিআলীটোৰ দুয়ো-

পাৰে শুকাই যোৱা বননি, লঠঙা গছবোৰত কুঁহিপাত মেলিছে। মেডেলুৱা গছবোৰে ঠন ধৰি উঠিছে। আলিটোৰ এফালে ডাঙৰ নলাটো গৈ গৈ বিল পাইছেগৈ। গৰৈ, কাৱৈ তিলিকাবোৰ পানীত মাৰি ফুৰিছে। বাৰি গছ জোপাৰ তলতে অলপ ভয় ভয় লাগে। বাকী ডোখৰ শূইন হলেও গছে বনে চেউনীআলীটো বেৰি গৈ আছে। অলপ অলপ এন্ধাৰ নামিছে। অলপ দূৰলৈ মনিব নোৱাৰি। তথাপি পখিলীৰ ভয় নাই। ইয়াতে তাই ডাঙৰ হল, এই হাবীডৰাতে তাই জানো সৰুতে খৰিলুৰা নাই। বৰশিত কিমান মাছ ধৰিলে এই নলাটোতে বনপিঠা জোপা এই হাবীখনতে। পুৰতি নিশাতে বন পিঠা বুটলিবলৈ অহা তাইৰ এতিযাও মনত আছে। এই খিনি হাবি হলেও তাইৰ বাৰী যেনেই লাগে। ৰঙিলীয়ে গধুলী বেলিকা জানো এই বাটেদিয়েই বিলৰ পৰা পানী নানে? এই খনেই আমাৰ গাঁও, এইখনেই আমাৰ আকাশ, এইখনেই আমাৰ পানীখোৱা মাছখোৱা সাতামপুৰুষীয়া বিল। এই হাবীবোৰতে বসন্তত কুঁহিপাত মেলে, ফুলে ফলে জাতিষ্কাৰ হৈ উঠে। কুলি, কেতেকী আমাৰ পদূলীৰ সোণাৰু জোপাতে চিঞৰে। কত দিন যে জুমিলো কুলিচৰাইজনী চাবলৈ।

পখিলীৰ এক নিমিষতে সকলো কথা মনলৈ আহি গল। হঠাতে দেখে নলাটোৰ হাবীবন দেই ম'হ এটা পাৰ হৈ আহিছে। পিঠিত মিনাৰাম। পখিলীৰ বুকু আকৌ চিৰিং কৈ গল।

ভালকৈ চাই দেখে, হয় মিনাৰামেই, মাতেই লগালে, "মিনাৰাম কাই, ৰবাচোন ৰ বা ম'হ ৰখোৱা।"

মিনাৰামে নাকিটো ধৰি ম'হটো ৰখালে।

পখিলীয়েই মাত লগালে,

"এই কেইদিন ক'ত আছিলা দেখা নাই যে"

"এ' নহয় আছোৱেই, সেইফালে ম'হ নি আকৌ ঘুৰাই আনো। সিফালে মনাইহঁতে ম'হ চৰাইছে। তুই ম'হে দেখা দেখি হলেই সাং। এনেয়ে আমাৰ ম'হটো ঘুণীয়া হৈ আছে।"

"এতিয়ানো তুমি কৰ পৰা আহিলা ?"

ৰঙিলীহতঁৰ ঘৰলৈ গৈছিলো। পখিলী কৈয়েই অলপ ৰল। কথাত খোকোজা লাগিল। পিছে, "আমাৰ ফালে আহিবানি, অলপ কথা আছিল।"

মিনাৰামৰ বুকুখন যেন ডাঠ হৈ আহিল। কিন্তু কি কব, কি নকব ভাবি থাকোতেই পখিলীয়ে চোলাৰ ভিতৰলৈ হাত সুমুৱালে আৰু গামোছাখন উলিযাই নিমিষতে মিনাৰামৰ হাতত দি যাবলৈ ভৰি চলালে কিন্তু গামোছাখন দুয়োৰো হাতত ধৰা অবস্থাতে থাকিল।

দুয়ো তলকা মাৰি ৰল। পখিলীৰ চকু এবাৰ মিনাৰামলৈ, এবাৰ নিজৰ পদূলীমুখলৈ। "মিনাৰাম কাই, যোৱাগৈ পিতাই ওলালেই সা., যোৱাগৈ এতিযা,'

মিনাৰাম তেতিযাও ম হটোৰ পিঠিতে, এহাতে ম'হৰ নাকী, আন হাতে পখিলীৰ হাতৰ গামোছাত ধৰি থকা অবস্থাতে। গামোছাখন পাই মিনাৰামে সৰগ ঢুকি পোৱাদি পালে। পখিলীৰ মন যে আজি সি সচাঁসচিকৈ পালে। তাৰ মাতবোৰ খোকাথুকি হল। খোকাথুকি মাতেৰেই পখিলীক ক'লে, অলপ ৰবাচোন"। কথাষাৰ তাৰ মুখৰ পৰা ভালকৈ নোলালেই।

"নহয় মিনাৰামকাই এতিযা সময়টো বেযা পিতাই আহিবৰ হৈছে, এনেকুৱা অৱস্থাত দেখিলেই মোৰ অবস্থা কি হব, জানিছাই নহয়।"

এইবাৰ মিনাৰামে মৰসাহ লৈ ক'লে, "নহলে আৰু সময নাই, পিছে, পখিলী তোমাক মই আনিব খুজিছো"।

"পিছে পিতাযে তোমাক দিলেহে" পখিলীয়ে তাৰ মনটো জুখিবৰ বাবেই কৈ চালে।

মিনাৰামৰ মনটো ওন্দোলাই আহিলে। তথাপি সেপ এটা ঢুকি ক'লে, "নহয আকৌ, তোমাক এই বিহুতে পলুৱাই নিম, পখিলী তুমি আহিম বুলি কোৱা মাথো।"

"এতিযাইনো কেনেকৈ কওঁ, কিন্তু পিতাই আহি গুলাব, মিনাৰামকাই, সকলো অথলে যাব, তেতিযা।'

মিনাৰামে ভাবিলে এয়েই সুযোগ আৰু সময় আৰু কেতিযাও নাহে। এতিযাই কথা পকা কৰি লোৱাই ভাল।

সি ম হৰ পৰা ঘপহ কৰে নামিল আৰু পখিলীৰ বাউসী দুটাতে তাৰ বলিষ্ঠ হাতেৰে টান কৈ ধৰি পখিলীক তাৰ গাৰ কাষলৈ চপাই আনি গালতে টপৰ কৰে চুমা এটা খাই দিলে পখিলীয়ে তৰ্কিবই নোবাৰিলে।

পখিলীযে ক লে এৰি দিয়া মিনাৰাম কাই।

"তা তুমি আহিম বুলি কথা দিয়া ।

"আহিম বাৰু।'

"গৰু গাধুবাৰ দিনাই ওলাই থাকিবা, লৈ যাম।'

"নহয, নহয, সেইদিনা নহয। মই ওলাবলৈ অসুবিধা আছে।

"গতিকে কোনদিনা ?

'বিহুৰ কেইদিনমান যক, পখিলাযে কৈ যাবলৈ চোচা ললে।

মিনাৰামে টানকৈ বাঁউসীত ধৰি ক'লে,—

কোবা, কোনদিনা ওলাই থাকিবা, কাৰণ আকৌ কথা পাতিবলৈ লগ নেপামেই নহয। এতিযাই সকলো কথা পকা হৈ থাওক। সময মতে মই আহি লৈ যাম। তেতিয়া মিনাৰাম আৰু পখিলীৰ মাজত লাজৰ বান্ধ হেৰাই গৈছে। দুয়ো যেন হেপাঁহ পলাই কথা পাতিব, এনে যেন লাগিছে। সিফালে পিতাকলৈ ভয়। দাঁড়ে প্ৰতি পখিলীৰ চকু পদূলীমুখলৈ আৰু মিনাৰামৰ মুখলৈ। আজি হে তাই মিনাৰামৰ মুখখন ইমান ওচৰৰ পৰা দেখিলে। চুলিবোৰ নকটা কাৰণে কাণ দুখন চুলিৰে ঢাক খাই পৰিছে, পিছফালে গলধন পাইছেগৈ। গাত এৰিযা চাদৰ। কঁকালত আঠুঅনীয়া চুৰিয়া। চুৰিয়াত বোকাৰ ৰং লাগি ৰঙচুৱা হৈ গৈছে। বাহুবলী, বলিষ্ঠ মিনাৰামৰ মুখমণ্ডল তেতিযা কুঁজি থেকেৰাৰ দৰে ৰঙা, পখিলীয়ে

তাৰ মুখলৈ ওচৰৰ পৰা এবাৰ ৰ'লাগি চাই ৰল। মিনাৰামে তাইক পাই কিমান আনন্দ, ইমান ওচৰতে পখিলীক পাব বুলি মিনাৰামে সপোনতো ভবা নাছিল। গোটেই মুখখনতে তাৰ উৎফুল্লৰ চিন।

আকৌ মুখ ঘুৰাই তাৰ হাতৰ পৰা এৰাই ঘৰলৈ যাবলৈ ললে।

কিন্তু মিনাৰামে আকৌ সুধিলে,

"কোবা, কোন দিনা আহিম,"

পখিলীযে কথা দি দিযেই দিলে,

"চাৰি বিহুৰ দিনা, বিহুতলীতে মোক লগ ধৰিবা,"

"পিছে বিহুতলীৰ পৰা পলুৱাই কেনেকৈ আনিম, ৰাইজ ভৰি থাকিব।

"নহয, মই ওলাই আহিম নহয, —

"তেন্তে তোমাক নো কোন খিনিত লগ ধৰিম"?

"তাত লগ ধৰিব নেলাগে, তুমি আলেঙে আলেঙে থাকিবা।

"তুমিনো আলেঙে আলেঙে ওলাই আহিব পাৰিবা জানো?"

"ওলাই আহিম নহয, মই'

ইতিমধ্যে পখিলী যাবলৈ আকৌ আগবাঢ়িল আৰু পদুলীমুখলৈ এবাৰ আৰু চেউনীআলীটোৰ ইমুৰলৈ এবাৰ চালে, কোনোবা আহিছেনেকি?

"মই সাঁজ লগাৰ লগে লগে অকলে গুচি আহিম, ঘৰ পাই হৈ সৌ জৰি জোপাৰ ওচৰ পামহি, তুমিও আলেঙে আলেঙে সেই খিনিতে ৰবাহি।'

"ধৰা যদি, সেই সময়ত আহিব নোবাৰিলা, তেন্তে,"—

"তেন্তে, যেতিয়ালৈকে মই বিহুতলীৰ পৰা ওলাই নাহো, মন কৰি থাকিবা, মই চল পালেই ওলাম।'

"সেই কথাই ৰল।' মিনাৰামে পখিলীৰ বাউসী দুটা এৰি দিয়াৰ উপক্ৰম কৰিলে। ইতিমধ্যে পখিলীয়ে পদূলীমুখলৈ এবাৰ চাই আকৌ ৰল আৰু ক'লে,—

"তুমি কিন্তু আলেঙে আলেঙে মোকো দেখা দি থাকিবা, নহলে জৰি গছৰ তলত গৈ মই বোন্দাপৰ দি থাকিব লাগিব।"

"নহয়, নহয়—মই থাকিমেই হুঁচিয়াৰ হৈ,"—

মিনাৰাম যেন অলপ ৰল। ইমান খিনি কথা হোৱাৰ পিছত আৰু অলপ সাহ পালে আৰু কব খুজিলে,—

"এটা কথা নহয়, গাম খাৰু যোৰো পিন্ধি আহিবা, মোৰ জীবনত যে তোমাক এযোৰা দিব পাৰিম কব নোবাৰো।'

"গাম খাৰুবেই নহয়, জা ̦ফাই, কেৰুমাণ সকলো পিন্ধি আহিম। ৰাহীৰূপ অলপোলৈ আহিম। তুমি খালি বহি নেথাকিবা।"

"মই আহিমেই।'

পখিলী গলেই। মিনাৰামৰ হাতখন কেতিয়া যে তাইৰ বাউশীৰ পৰা এৰাই আহিল ধৰিবই নোবাৰিলে। সি যেন তভক মাৰি ৰল, সি কাৰ লগত ইমান পৰে কথা পাতিলে। দেৱীনে, মানবীনে নে পখিলী। সি যেন বৈকুণ্ঠ খন হাততে পালে। ম'হটো নি নি ঘৰ পালেহি।

ন'

ম'হটোৱে মিনাৰামক পিঠিত লৈ কেতিয়া গোহাঁালী পালেহি মিনাৰামে ধৰিবই নোৱাৰিলে। ওৰেবাটটো সি পখিলীৰ কথাখিনিকেই পাগুলিয়াই আহিছিল, মাজে মাজে পখিলীৰ মুখখন মনত পৰি তাৰ মোহভঙ্গ কৰিছিল। গামোছাখন যে কান্ধত পেলাই থৈছিল, থোৱা ভাগেই থাকিল। ম'হটো বাওঁতেহে তাৰ গামোছাখনলৈ মনত পৰিল।

তেতিয়া কাণিমুনি বেলিকা, এন্ধাৰ গাঢ় হৈ আহিছে। সি ম'হটোৰ পৰা নামিল আৰু কান্ধৰ পৰা গামোছাখন নমাই হাতত

ললে, তাৰ পিছত কিবা ভাবি দুই হাতেৰে মুখলৈ নি চুমা এটা খালে, তাৰ পিছত বৰ হেপাঁহৰে নাকলৈ নি সুঙি চালে, পখিলীৰ বুকুৰ ঘামৰ গোন্ধ। তাৰ মনটোত এন্ধাৰ নিশাতো যেন জোনাকৰ ঢলহে নামিছিল।

মিনাৰামে ম'হটো নি গোহাঁলীত বান্ধিলে।

পুখুৰীত হাত মুখ ধুই পখিলীয়ে দিয়া গামোছাখনৰে মিনাৰামে মুখ হাতখন মচিলে, তাৰ পিছত কান্ধত নেপেলাই সদাই লোৱা দৰে মূৰতে মাৰিলে। চোতালৰ জুইশালতে জুই ফুৱাবলৈ বহিল। মাজু ককাযেক, ভতিজা দুটিও জুইৰ কাষতে বহিছে।

মিনাৰামে হাত ভৰি কিখন ভালকৈ সেকিছে। বহাগৰ বিহু পালেহি থাণ্ডা কমা নাই। এনে কথা ক ত দেখিছা।

মাজুককাযেকে চুৰি কটাৰি এখনেৰে মানধপাতখিনি কাঠ এডালত থৈ মিহিকৈ কুটিবলৈ লৈছে তলমূৰ কৈ।

মাজু বৌৱেকে ভিকহু নে জলহু মিনাৰামৰ মূৰত ফুলাম গামোছা জিলিকি থকা আৰ্তৰৰ পৰাই দেখিছিল। ভাবিলে পখিলীয়ে জানো তাক সঁচাকৈয়ে দিলেনে এই ফতোৱাটোলৈ। জাৰ নামিলেই মিনাৰামৰ ওঠ ফাটে, ঠোঁট ফাটে, ভৰি ফাটে। মাজু ককাযেকে তলমূৰকৈ ধপাত কুটি থাকোতেই মাজুবৌৱেকে কোন তলকতে মিনাৰামৰ মূৰৰ পৰা গামোছাখন থপিয়াই লৈ গল মিনাৰামে ধৰিবই নোৱাৰিলে। ঘূৰি চাই দেখে মাজুবৌৱেক। ককাযেকৰ উপস্থিতিত মিনাৰামে মুখৰ মাত মুখতে হৰিল। ঠোঁট মোট চেলেকিবলৈ ধৰিলে। কণ মইনাইহে "নিলে নিলে' বুলি ক'লতহে মাজু ককাযেকে ঘূৰিহে চালে, তলকিব নোৱাৰিলে।

ৰাতিটো সেই ভাগেই গল। গামোছা মিনাৰামে নেপালে। মিনাৰামৰ গালত যেন কোনোবা এটাই থা কৰে চৰ এটাহে মাৰিলে, এনে অনুভৱ হল তাৰ।

মিনাৰামে ভাবিছিল, ভাত খোৱাপৰললৈকে গামোছাখন তাৰ

মূৰতে পাক মাৰি থাওক্। কাৰণ থবলৈতো ঘৰত মিনাৰামৰ কোথালী নাই। যোৱাবেলি বহাগৰ পৰা সাজিম সাজিম বুলি কৈ থাকোতেই এই বহাগ পালেহি। গতিকে সম্প্ৰতি মিনাৰামৰ মূৰেই কোথালী। তাৰ পিছত খাইবই উঠি শেতেপীত পৰোতে হে লাহে ধীৰে, আৰামেৰে পখিলীৰ সপোন কল্পনা আৰম্ভ কৰিব আৰু গামোছাখন ওপৰাওপৰি চুমা খাই বুকুত সাবটি শুই থাকিব। কিন্তু মানুহে পাণ্ডে ঈশ্বৰে ভাঙে।

দূৰৰ পৰা অৰ্থাৎ আঁতৰৰ পৰা অৰ্থাৎ কাষৰ কোথাটোৰ পৰা মাজুবোৱেকে খুক খুক্ কৈ হুঁহা মিনাৰামৰ কাণত পৰে। আৰু শাহুৱেকক কয়,—

"আইতা, এইবেলি জা এজনী ঘৰ সুমুৱাব লাগে।

"কালৈনো অ' আই ?"

"কালৈ আকৌ, সৰু ডেকালৈ, বয়সে চুই গৈছেগৈ। টিকনী গৈ গলবিচনী পালেগৈ।'

"এই বছৰ পাতিবলৈ বিয়াৰ খৰছেই নাই।"

"আমাৰ গাঁৱৰে পখিলাক ধৰিলে কেনে হয় ?" শাহুৱেকক টুকৰ মাৰি চালে।

শাহুৱেকে উত্তৰ দিলে,

"খুজিবলৈ গলে মুচুইহে কিলাব।"

মাজুবোৱেকে মনে মনে থাকিল। কথাবোৰ মিনাৰামৰ কাণত থহৰ্ থহৰ্ কৰে পৰিল। পিচদিনা পুৱঁতি নিশাতে মিনাৰামে ম'হ লৈ গৈছে ওচৰৰে পথাৰখনলৈ। দূৰলৈ আৰু নেযায়। পখিলীৰ হাবিখন এৰি যাবলৈ তাৰ সৎ নগল।

তাৰ খোছনাৰপৰা সি পেঁপাটো আজি আনন্দ মনেৰে উলিয়ালে। বৰ হেঁপাহেৰে বজাব। পেঁপাৰ মাত কুঁৱলীক মাধ্যম কৰি বৈ গৈ থাকিব আৰু পখিলীৰ কোথাৰ বেৰত টিঁহুটি টিহিটি কৰি প্ৰতিধ্বনি উঠিব। পখিলীয়ে কাণ পাতি শুনিব, এয়া তাইৰ মিনাৰামৰ পেঁপাৰ

মাত। পেঁপাৰ মাতত তাৰ মনোভাব ফুটাই তুলিছে। সিকান্দে পখিলীয়েও কাণ পাতি শুনিব। পেঁপাৰ মাত লাগে মনাইৰে হওক।

মিনাৰামে পেঁপা মুখত দিলে।

টিহিঁটি টিহিঁটি, টিঁ, টি হিটি টিঁহিটি টিঁ।

পেঁপাৰ মাত যেন ওফৰি ওফৰি বগাই গৈ গাৱঁৰ সিমূৰ পালেগৈ।

মিনাৰাম যেন খন্তেক ৰল। চেলেউটোত জুইশলা কাঠিটো লগাঁওতেই তাৰ কাণত পৰিল বহু দূৰৰ পৰা ভাহি অহা এটা পেপাৰ মাত। তাৰ দাললৈয়ে বতাহত উটি আহিছে। ভালকৈ নিৰিক্ষণ কৰিব ধৰিলে, বিলৰ ফালৰ পৰাই আহিছে, সেইটো মনাইয়েই, অইন কোনো নহয়।

পখিলীৰ মন বিছাৰি গৈছে,

মিনাৰামে মনতে ভাবিলে। আকৌ নিজৰ মনতে আনন্দতে ভোৰ ভোৰালে, বিচাৰি থাক, বিছাৰি বিল চলাথ কৰি পেলা। পখিলীৰ হিয়াৰতন মোৰ বুকুৰ আমঠুত, ৰিলত বিছাৰিলে ক'ত পাবি।

মিনাৰামে কাণ পাতি আকৌ শুনিলে, টিঁহিটি টিঁহিটি টিঁ।

মনাইৰ পেঁপাৰ মাতত মিনাৰামে বেদনা অনুভৱ কৰিলে, নোপোবাৰ বেদনা। যেন উদাস, মনাইৰ পেঁপাৰ মাতে পখিলীক বাউলী কৰি তুলিব হিয়া ধুনিবলৈ। যেন মনাইৰ ওচৰত পখিলীৰ বাবে ভালপোৱা বহুত আছে, লেখ জোখ নোহোৱা চিনাকী মৰম আছে। মনাইৰ ওচৰত পখিলীৰ নিচিনা গাভৰুৰ বাবে প্ৰেমিকৰ মানদণ্ড আছে। ভিকহুৰ ভিকছন প্ৰেম কাৰোবাৰ পূজ্যনে?

হেজাৰ দেবদাসী পূজাৰ প্ৰসাদহে, দেবতাৰ প্ৰিয়তমা হব নোৱাৰে।

কোনো ছেগত, কোনো লগনত অপ্ৰত্যাশীতৰ লগত ভালপোৱাৰ মেৰ পাক লাগি গলেই সেই ভাল পোবাই গোপনে প্ৰকট হৈ উঠে, ঢাকি থলে তলে তলে পুতল মেলে বাবেই, সি হৈ পৰে অসহ্য, বুকুৰ গাপত সোমাই থাকিলে সি হৈ পৰে অন্ধ, অচেতন, অজ্ঞান।

মিনাৰাম পখিলীৰ বাবে এজন অপ্ৰত্যাশীত। মনৰ ভিতৰত

যদি কুঞ্চছ এটাই এবাৰ কেনেবাকৈ দখল লয় আৰু সি যদি সহজ হৈ পৰে, সেই পদাৰ্থত মিলিবলৈ সঙ্কোচ বোধ নহয়।

মিনাৰাম সেইবোৰ কথাত থকুৱা নহয়। মন খালে যেতিয়া ৰজাৰ জীয়েকেই হওক। দুৰ্লভ বস্তুত হে প্ৰেম। হাততে পাই থকাটোত নো কি আকৰ্ষণ আছে।

মিনাৰামে পেঁপাত ফুক দিলে, টি`হিটি, টি`হিটি, টি`।

পেপাৰ মাতে যেন মিনাৰামৰ শৰীৰৰ প্ৰতি অঙ্গ, প্ৰত্যঙ্গ, শিৰা-উপশিৰাত ৰজন জনাবলৈ ধৰিলে এটি কিলবিল আনন্দত। প্ৰেমিকৰ মনৰ ৰং, প্ৰেমেৰে হৃদয় উজাৰ হৈ আছে।

তেতিয়া আৰু ব্ৰহ্মপুৰা হৈ থকা নাই। উদণ্ডীয়া গৰু, ছাগলী আহি পথাৰ ভৰি পৰিল। মিনাৰামে গৰু ছাগলীৰ পৰা ম'হটো আঁতৰাই ৰাখিবলৈ সিখন পথাৰলৈ লৈ গল।

পেঁপাটো খোচনাত স্নুমুৱাই থৈ মিনাৰামে এনেয়ে এবাৰ চালে, কোনোবা এটা চেউনীআলিটোলৈ পথাৰেদি পোনাই আহিছে। হয় গেৰেলাই।

মিনাৰামে মাত লগালে,

"হে' নিচাদেউ নেকি?"

"অঁ, অঁ, কি হল?"

"নহয, বোলো নিচাদেউ নেকি? পথাৰে পোনাই ক'লৈনো ওলালে বা?"

"আৰু কলৈ যাবি। ভকলাৰ ঘৰৰ ফালে এপাক মাৰি আহোঁ।'

"কিবা সকাম নিকাম আছেনেকি, নিচাদেউ, আমালৈ আকৌ ডাকেই নপৰিল।"

"এৰা, তই আকৌ বাউনা হৈ চন্দ্ৰলৈ হাত মেলিছ।"

"এহ্ নিচাদেউ, দাৰিকি যোৰালেও চন্দ্ৰ ঢুকি নেপায়।"

মিনাৰামৰ মনত কথাটো বাজিল। এয়া পখিলীৰ কথাৰেই

নামান্তৰ। মিনাৰামে কথাটোত যেন অলপ ৰস পালে আৰু গেৰেলাৰ পেটতনো কি আছে, জানিবলৈকে আকৌ টুকৰ মাৰিলে।

"নিচাদেউ, ঘৰ সংসাৰ লগাবলৈ কৰবাৰ এজনী কানি কুঁজী দেখুৱাব নোৱাৰেনে?"

"ওৱা, সংসাৰখনত ছোৱালীৰ আকাল আছেনে?"

"ক'তচোন, মোৰ চকুত পৰাই নাই"

"কেলৈ, সেই চন্দ্ৰাৱতীক।"

মিনাৰামে অলপ বল আৰু ক'লে "কোন চন্দ্ৰাবতী নিচাদেউ? কলিয়াৰ জীয়েক?"

"আৰুনো কোন হব"

"ধুমকলি সেই জনী।"

"আৰুনো ক ত ৰূপেশ্বৰী জনী লাগে তোক, ৰূপে কি তৰিব, গুণেঁহে। ছোৱালী আনিবা লাই জাৱৰী, পাঙত গৰকা। ঘৰৰ খেতি খোলা, বোৱনীতুলনী কামে বনে সেইজনীহে লেখত লব লগা ছোৱালী। ৰূপেশ্বৰী জনী আনি কি হব, পটেশ্বৰী হৈ কোথালীতে সোমাই থাকিব। তাইৰ মুখখন চাই থাকিলেই কাম সিজিব নেকি? খেনো আহিব তাইৰ ৰূপটো চাবলৈ, খেনো আহিব চুপতি মাৰিবলৈ, হেৰ, তাইক ৰখি থাকোতেই যাব।"

"হলেও আৰু ধুমকলি জনীক আনিব নোবাৰি।"

"হেৰ, কলি হলে বুলিনো কি চুৱা লাগিল। যৌবন কেই দিনৰ, দুদিনৰ হে। দুটা দিন কটাই দিলেই গাত লাগি যাব। তাৰ পিছত খেতিখোলাত নামি পথাৰত লুতুৰী পুতুৰী হলেই দুদিনৰ যৌবন কোন পিনে উৰি যাব থিকনা নাই। তেতিয়া ৰূপলৈ মনকাণ নাইকীয়া হব। পাঠশালা পাছ ধুনীযাজনী আনিলে হেৰ,—পাউদাৰটেমা যোগাওঁতেই তোৰ পইছা ঢুকাব। তোৰ ঘৰত কুটা এগছ নাই। ক'বনো আকৌ মেম এজনী ঘৰত সুমুৱাৰ খুজিছ। গা চাই বেঙা মেলিবি।"

মিনাৰামৰ মাত হৰিল। মনতে ভাবিলে, কথাৰ বকলা আৰু নেমেলাই ভাল হব। গেৰেলাটো যিহে। পখিলীহঁতৰ ঘৰত গৈ আকৌ উলোটাতো নকলেহে হৈছে।

"পিছে নিচাদেউ, কাৰ ঘৰতনো পাকটো মাৰেগৈ।"

"এহ, কলৈ নো যাবি, মাটিডৰাকে লগাই থৈ আছোঁ বুলি আহিলো,—নহলে গোটেই বছৰটোলৈ ঘৰলৈ মৰণ। দুখীযাৰ আৰু কৰবাত তৰণী আছে জানো।

"এৰা, নিচাদেউ, ধন আহিবলৈও কপাল লাগে।" মিনাৰামে ক'লে।

"এৰা দেওহে, ভগবন্তৰ কথা একো বুজিব নোবাৰো"।

"ধুনীযা ছোৱালী পাবলৈ হলেও কপালেই লাগে, নিচাদেউ"।

মিনাৰামে ম'হ ঘুৰালে। পখিলীৰ কপাল এতিয়া মিনাৰামৰ হাতত। স্বয়ং বিধাতাই পখিলীৰ গামোছা আনি মোৰ মূৰত মৰাইছে। ভাবিযেই মূৰলৈ হাত নিলে। মনটো কিবা হৈ গল। গামোছাখন মাজু বৌৰ হাতত। মাজুবৌৱেও ভাল ৰগৰ কৰিলে।

গেৰেলাই বাট ললে পখিলীহঁতৰ ঘৰলৈ।

দহ

"দেউতা-ঈশ্বৰ আছেনে?"

গেৰেলাই মাত লগালে।

পখিলীৰ দেউতাক ভকলাই চ'ৰা ঘৰতে বহি আছিল। মাত লগালে।

"অ' আছোঁ, আছোঁ, কোন? গেৰেলা নিকি?"

"হয়, দেউতা ঈশ্বৰ,"

"সোমাই আছ, ইয়ালৈকে সোমাই আহ।"

ভকলাই গেৰেলালৈ ধৰাখন আগবঢ়াই দিলে। গেৰেলাই টিকাটো তাতে পেলালে।

ভকলাই জীয়েকক পাঁচিলে,—

"অ' আই,—তামোলৰ বটাটো আগঢাই দে চোন।'

ভকলাৰ আজি কেইদিন মানৰ পৰা বাযু চৰিছে। মূৰত ছালকুঁৱৰী আৰু নাৰিকলৰ তেলৰ লেপ লৈছে।

মূৰটো আচন্দ্ৰায় আনিছে। সেই কাৰণে কেনিও যাবলৈ মন কাণ কৰা নাই। "বিহুও পালেহি। এৰা, বিহু কিবা ভকলাহতঁৰ বাবেনে, বিহু হল ডেকা গাভৰুৰ। দেহাত যাৰ বল আছে নাচি বাগি ফুৰিব পাৰে, যৌবনে পিৰ পিৰাই আছে যাৰ 'শৰীলত', সিহে ইখন সিখন ফুৰি বিহু চাই ডেকা গাভৰুৰ মন যোগাব পাৰে। আমাৰ আৰু বিহু আছেনে? এই 'শৰীলে' সেইফালে আধ্যাই পেলালে। এতিয়া গুৰু গোঁসাইক সেবা কৰাৰ দিনহে আহিল।"

কৈয়েই গেৰেলাৰ ফালে চালে, "কি বোলানো গেৰেলা?'

"হয়েইতো আকৌ, দেউতা ঈশ্বৰ, মানুহৰ ইকাল সিকাল আছেই। এতিয়া আৰু দহ জোৰা মাৰিলেও পূৰ বৰ বল-শকতি ঘুৰি নাহে।"

"এৰা দেহাত ঘুণ লাগিলেই।"

পখিলীয়ে তামোলৰ বটাটো আনি গেৰেলাৰ সমুখত থলেহি। গেৰেলাই তামোলৰ বাকলি চেলাবলৈ ধৰিলে।

ভিতৰৰ পৰা পখিলীৰ মাকে মাত দিলে—

"পিছে, এই ফালেনো কি মন কৰি আহিলা?"

"এ' মোকহে বুলিছে নেকি?"

"অঁতো আকৌ।'

"মাটি ডবাৰ কাৰণেই আহিছিলো, এই বাৰো খাওঁগৈ।"

"পিছে, এইবাৰ আমিয়েই কৰিব খুজিছিলো।"

"দুখীয়াক নামাৰিব আৰু, মাটিডবাৰ পৰাহে এহাল মানুহ চলি আছো।"

ভকলাই অলপ সময় তলকা মাৰি আছিল। তাৰ পিছত মূৰটো দাঙি ক'লে, পো-পোৱালী বেছি হল নহয, আকৌ, আমাকেও নোজোৰা হলহি। আধিলৈ বি দিছিলো, এতিয়া আকৌ চপাই কোচাই লব লগীয়া হল।

"যেই হওক, দেউতাঈশ্বৰে এইবাৰ নামাৰিব। নহলে মোৰ ফালেও বছৰেক লঘোন। নামাৰিব আৰু দেউতা ঈশ্বৰ। তাতে এতিয়া আহুকে পেলাইছিলো, চপাবৰে হল। তাৰ পিছত হাল নমাবৰে হব। এৰা, তাৰেহে কোনোমতে বৰ্ত্তি আছো।"

"বাৰু, কৰগৈ যা, বাৰু এইবাৰ" ভকলাই ক লে।

"অহাবছৰলৈ কিন্তু ঘুৰাই লম দেই, আগে বতৰে কৈ থলো, আকৌ পিছত।'

পখিলীৰ মাকে আখলৰ পৰাই মাত লগালে।

পখিলীয়ে চাহপানী দুবাতি আনি আগত থলেহি। তাৰ পিছত হাততে থকা কলহটো লৈ বিললৈ গল পানী আনিবলৈ।

গেৰেলাই এই ছলতে কথা উলিয়ালে।

"কথা এষাৰ কাণ চুবাব খুজিছিলো, দেউতা ঈশ্বৰ, দায় দোষ নধৰে যদি কওঁ। আমি আৰু পৰ মানুহনে। আপোন বুলিহে কব খুজিছিলো। নেমাতি থাকিলে পিছে পৰে মোৰ গাতে দায় পৰিব। দায-দোষ মৰিষণ কৰে যদি কওঁ।

গেৰেলাই কৈয়েই ভকলাৰ মুখলৈ চালে।

ভকলাই মূৰ দাঙি কি কব বুলি গেৰেলালৈ চালে। গেৰেলাই অলপ বল। জানোচা,-তাৰ দেউতা ঈশ্বৰে কেৰাকৈ চায়।

"ক' বাৰু কি কব খুজিছ, কথা ক'লে,-দা-কটাৰী লমানে ?"

"মই কব খুজিছিলো সেই মিনাৰামটোৰ কথা।"

"কি হল, তাৰ নো কিহল আকৌ।"

"এ নহয় আকৌ, আপোনাৰ ঘৰৰ ফালে মন মেলিছে শুণেহে কৈছো" সময়ৰ কথা সময়তে কৈ যোৱাই শ্রেয়।"

"আমাৰ ঘৰৰ ফালে "ভকলাই আকৌ গেবেলালৈ চালে।

"আমাৰ গাৱঁত বুবু বা-বা খন ওলাইছেই"। কৈযেই গেবেলা বল।

ভকলাই তেতিয়াহে কথাটো গম ধৰিলে,-পখিলীৰ বিষয়ে হে কৈছে। মাকেও সিফালে কাণ পাতি আছিল, মাত লগালে,— "মিনাৰাম নে মনাই?"

গেবেলাই যেন সুবিধাহে পালে কথা উলিয়াবলৈ,—

"এহ্ মনাই হোৱা হলে তো ভালেই আছিল, দিগ্দাৰ হলগৈ এই ভিকহুটোক লৈহে।" বাওনা হৈ চন্দ্ৰলৈ হাত মেলিছে। "দেউত্তাঈশ্বৰৰ ঘৰত কি নাই, দেউতাৰ পদুলীত সি ভৰি থলে শুৱাবনে? মনাইৰ কোন খিনিত কম। দেখাশুনাই, ঘৰে ঘৰুৱা হীয়ে মদনবদন। দহেও ভাল বুলিব।"

পখিলীৰ মাকে মাত লগালে,—

"পিছে মিনাৰাম দেখোন আমাৰ ঘৰলৈকে নাহে, বিলৰ ঘাট-লৈকো নাহে, পখিলীক নো লগ পাব ক'ত? এইবোৰ কাণঘোলা কৰা কথাহে দেউ।"

গেবেলাই যেন উচাপ খালে। ইমানতে কথা টানি ধৰাই ভাল। আহেকৈ ক লে, "আমিও অৱশ্যে দেখা নাই, বুবাখন ওলোৱা বাবেহে কৈছো।" "যদি আকৌ মনে মনে কৰবাত গামোছা তামোছা দি থৈছে, তেন্তে সাং হব এক, দেউতাঈশ্বৰ।"

"এইবাৰ ভকলাৰ গা লৰিল আক ক'লে, "এৰা, তাক দিবলৈ থৈছো,!" ভকলাৰ যেন খঙেই উঠিল, এনেয়ে বায়ু চৰি আছিল। আকৌ ক'লে,—

"তাৰ ঘৰত ছকঠীয়া এখন নাই," "তালৈকো আকৌ ছোৱালী দিমনে?"

"হয়েই দেউতাঈশ্বৰ, "জানিশুনি ছোৱালী দুখত নেপেলাব।"
গেবেলাই যেন উশাহ পালে।

"দেউতাঈশ্বৰৰ কি নাই ? ছোৱালীও এলাগী নহয়। ভাল দৰা পাবলৈ কেতপৰ ?"

পখিলীৰ মাক চবাঘৰলৈ ওলাই আহিল আৰু ক'লে,—

"পিছে যিমান শুনিছা, সিমান নহয়, মই মাকজনী মৰিছোনেকি ? যলৈকে গৈছে ছোৱালী মোৰ চকুৰ আগত। ছোৱালী ঘাটলৈকেহে যায়। তাৰ পিছত ঘৰ। সেইবোৰ মানুহৰ মনে পতা কথা। হয়তো মনাইযেই উলিযাইছে।"

হবও পাৰে, সেই চুকটোৰ পৰাই কথাষাৰ আহিল।" গেবেলাই ক'লে।

"এইবোৰ মনাইৰে চাংপতা কথা।" ভকলাই কৈ তামোল এখন মুখত ভৰালে।

"বাৰু সেইবোৰ যি হ'ক, বিহু গলে তই বামশইচখিনিত মোক লাগিভাগি দিবিহি।"

"আহিম দেউতা ঈশ্বৰ, লাগি ভাগি দিলে কচু, আলু মাহেৰে জানো মোৰ ঘৰ নভৰিব।"

গেবেলাহ আকৌ ক'লে,—

"সেই যে কুঁহিয়াৰ পেৰিছিলো, তাৰ তিনিটেকেলী গুৰ আজিলৈকে আছে।

খাই ঢুকুবাবই পৰা নাই, বাৰু উঠো তেন্তে, গেবেলা যাবলৈ উঠিল।

"ভাল" ভকলাই ক'লে।

## এগাৰ

আজি মাজু ককায়েকে বাম খেতিলৈ ম'হটোলৈ ওলাই গল। বাম মাটিখিনিত এনে বঢ়িয়াকৈ ঘাঁহবোৰ গজিছে যে ম'হটোৱে

চৰিবলৈ পালে বৰ ভাল পাব। ম'হটোও মেলি দিব আৰু লগতে কোৰখনেৰে ইখন সিখন কৰি থাকিব।

মিনাৰামৰ এবেলা ছুটি।

কালিলৈ গৰু গাধুৱাৰ দিন, সৌ দিখৌত নি গৰু কেইটাৰ গাধুবাইআনিবগৈ লাগিব। লগতে পঘাবোৰ সলাব লাগিব। কথাষাৰ ভাবিযেই মিনাৰামে ঠিক কৰিলে বাকী থকা পঘাখিনি বাতিব।

গৰু বুলিবলৈ গাই এজনী পোৱালী ছুটিৰে আৰু দমৰা এটা। ম'হটোকো নি ওচৰৰে পুখুৰীটোতে জোবোৰা এটা মৰাই আনিবগৈ লাগিব।

কথাষাৰ ভাবিয়েই মিনাৰামে মাজুবৌবেকক মাত লগালে,—

"মাজু বৌ, বিহুৰ পিঠা কৰিছানে নাই,—কালি লৈ গৰু গাধুৱাই আহি পিঠাহে খাব লাগিব।"

"পিঠা বনাই দিযা ঘৰলৈকে যোৱা।"

মিনাৰামে বুজিলে, মুখৰ মাত খন্তেকলৈ থৰ হল। স্ফূৰ্ত্তিত্তে থাকিব নোবাৰি বৰ দীঘলীযাকৈ ৰিং এটা মাৰিলে, ৰিঙৰ ধ্বনি গৈ হাবিৰ সিমূৰ পালেগৈ। কণ মইনাযো জাপ মাৰি উঠিল। সদাই মুখ ওফন্দাই থকা দদাযেক মিনাৰামৰ আজি আনন্দ উৎফুল্ল দেখি তাৰো গা উঠিছে।

মিনাৰামেও ৰব নোৱাৰিলে।

নিজৰ তপিনা দুটাকে চেলি কৰি আৰম্ভ কৰিলে,—

"বিহুৰে বিৰিণা পাতে ঐ মইনা"—

তপিনাত দুইখন হাতেৰে কোব দি দি, চপৰিয়াই আকৌ বাকীখিনি শেষ কৰিলে।

"বিহুৰে বিৰিণা পাত।"

সেইদৰে আকৌ একে সুৰৰ লাচতে আৰম্ভ কৰিলে, "বিহু থাকে মানে বিহুকে বিণাবি", তাৰ পিছত আকৌ তপিনাত দুহাতৰ চাপৰ মাৰি বৈ গীতৰ শেষাংশ খিনি সামৰণি মাৰিলে,—

"বিহু গলে বিণাবি কাক ?"

তাৰ পিছত চোতালতে পাক এটা মাৰি বিহু নাচ এটা দিলে। কণমইনায়ো ঘুৰি ঘুৰি তাকে কৰিলে। ঠিয় দণ্ডা দিয়া আইডেৰেও কিঞ্চিৎ জপিযা জপি কৰি বিহুত সহায় কৰিলে।

মাজু বৌবেকে ইতিমধ্যে গামোছাখন আনি মিনাৰামৰ মূৰত পকাই বান্ধি দিলে।

মিনাৰামে যেন স্বৰ্গহে ঢুকি পালে। আকৌ তিনিটা জাপ মাৰি মনৰ আনন্দ পূৰা কৰিলে।

বিহুৰ নাচত চোতালখন ধান বনাদি বানিলে।

কালিলৈ যে গৰু গাধুৱাৰ দিন। বহাগৰ বিহুৰ আৰম্ভণি। গোটেই গাঁওখনেই যে এবছৰ মূৰত আকৌ বিহু বলিয়া হব।

মিনাৰামৰ গাত কাছুটি নোহোৱা হল।

ৰঙা নীলা পখীলা, ফুলত আহি পৰিলা

ধৰিবনো খুজোতে উৰি লৰ মাৰিলা।

ৰঙা নীলা পখিলা।"

গা ভাঙি ভাঙি চোতালতে নাচিবলৈ ধৰিলে। মাজুবৌৱেকে ব' লাগি চাই হাঁহিছে।

"সোণজনী, আহাঁচোন,

কাষত মোৰ বহাচোন,

গাম খাৰু আনিছো,—

হাতত তুমি পিন্ধাচোন।'

মিনাৰাম গাঁও গঞ্জাৰ কোনটো কামত নাই। বিহুত যে একোব চৰাহে। ঢুলুকীত মিনাৰাম নহলে বিহু নপকেই। মিনাৰামৰ যেতিয়া ঢোলত চাপৰ পৰিব, নাচনীৰ গা তেতিয়া সাতখন, আঠখন, নেনাচি পাৰিব। ঢোলৰ মাতৰ ছেৱে ছেৱে নাচনী গা ভাঙি ভাঙি পৰিব। আৰু নাচনীৰ পিছে পিছে ঘুৰি ঘুৰি মিনাৰাম,— ঢুলুকী তাৰ হাতৰ খেলা। বাইজে নাচনীকে চাব নে, মিনাৰামকে

চাবনে, ঢোল মৰা ছেৱেকে চাব। ৰাইজ তল-ওপৰ। ভিতৰৰ পৰা জুমৰ ছোৱালীয়ে সেইদিনাখনলৈ মিনাৰামলৈহে চকু দিব, কিনো ঢুলীয়া অ', আমাৰ গোটেই গাওঁখনতেই নাই। আৰু এই বিহুৰ কেইদিন মিনাৰামক ঘৰত পাবা বুলিছানেকি? কোন দিহিঙে, দিপাঙে বিহুৰ দলৰ লগত ঘুৰি ফুৰিছে, তাৰ ইয়ত্তা নাই। বিহুৰ বতৰত মিনাৰামৰ ঘৰ নাই, দুৱাৰ নাই, ভাত নাই, পানী নাই, কেবল বিহু, বিহু, বিহু। লগৰ সমনীয়াই পাল মাৰি ঘৰতো পাক এটা মাৰি আহি দেখে, মিনাৰাম আছেই। বিহু-বলিয়া মিনাৰামৰ বিহু বুলিলে শোৱন-খাৱন একো নাই।

গোটেই কথাখিনি গোটেই স্মৃতিখিনি আদি অন্ত মিনাৰামৰ মনত পৰিল। এইবাৰ কিন্তু তাৰ সেই সাতামপুৰুষীয়া বিহুটো এৰিব লাগিব একমাত্ৰ তাৰ মৰমৰ পখিলীৰ কাৰণে। কাৰণ, বিহুৰ আটাই কেউদিন খপিয়া দিব লাগিব যাতে পখিলীৰ মনত সাহ আহে আৰু এই কেইদিন আগৰ কেইদিনৰ পৰাই গা দেখা দি থাকিব লাগিব। সময়মুৰত কাম ফেৰা নকৰিলে সকলো অথলে গল।

কাৰণ বিহুত থাকিবলৈ হলে দিন নাই ৰাতি নাই, বিহুতেই লাগি থাকিব লাগিব। বিহুৰ দলত পৰিলে লগ এৰাও টান হব। চাৰি বিহুৰ দিনা খকামকাকৈ বিহু এৰি দি হঠাতে পখিলীৰ লগ ধৰা টান হৈ পৰিব। আৰু যদি বিহুত লাগি থাকিব লগীয়াই হয়, তেন্তে তাৰ ফালে পখিলীৰ ঘৰ উদং। মনাইযে খেন চাই আছে, কোন তলকতে ঘৰ সুমুৱাবগৈ, ঠিক নাই। ছোৱালীৰ মননো কি? নেযাওঁ নখও কৰি থাকোতেই বোকোচাত উঠিলেই জানো ছোৱালীৰ আৰু কিবা নিজৰ মনচন আৰু লাগি থাকেনে মন ভাঙি লণ্ড-ভণ্ড হব এখন। গতিকে এই কথাই কথা নহয় এই বেলি মোৰ ফালে বিহু কাতি।

চোতালত কেটামান নাচ মাৰি পঘা বিছাৰি ওলাল। বিলৰ

সিপাৰে মথাউৰীৰ হাবাতে সাঁচি গছৰ পথা চিঙিবলৈ গল। গামোছাখন মূৰতে পাগ মাৰি ললে।

চেলেউটো মুখতে সুপি সুপি মিনাৰাম বিলৰ ফালে গল। পখিলীৰ পত্নলীলৈকে চেউনীআলিটো সুদা,-শূইন। এটা মানুহো নাই।

চেলেউ সুপি সুপি মিনাৰাম গৈ থাকিল।

পখিলীহতৰ পত্নলীমুখ পাওঁতে এবাৰ কেৰাহীকৈ চালে-পখিলী ঠিয় হৈ আছে।

মিনাৰাম গৈযেই থাকিল। অলপ বাট গৈ মিনাৰামে এনেয়ে উলটি চালে, দেখিলে, পখিলীযে কাষত কলহ লৈ ঘাটলৈ গৈছে, তাৰ ফালেও চাইছিল।

মিনাৰামৰ বুকুখন হমহমাই আহিল।

মিনাৰামে ভালকৈ অনুভৱ কৰিলে আৰু নিজৰ মনতে ক'লে, এইটোকেই কয় নেকি, যুৱানী প্ৰেমৰ পুৰণি। দেখিলে গা উচাৎ বিচাত কৰে। চাই থাকিলে চাই থাকিবৰ মন যায়। চকুৱে চকুৱে পৰিলে ইফালে মুখ কৰিব লাগে। হঁায় ঐ। এতেদিন বুজিব পৰা নাছিলো,—কাৰোৰ বুকুৰ বাতৰি পোৱা নাছিলো। বিহুত ঢুলুকী মৰা কেইদিনৰ বাহিৰে মোলৈ কাৰোৰ চকুই পৰা নাছিল। মই বাৰু ইমান অলাগতীযাললনে? মাত্ৰ এবাৰ, এবাৰেই, তাকো আকৌ ৰহৰহীয়া প্ৰেমেই আহিল। নকৈছো আৰু, পখিলীৰ প্ৰেমে মোৰ বুকুত ধানবনা দি বানিছে।

মিনাৰাম মথাউৰী পালেগৈ। বিছাৰি বিছাৰি সাঁচি গছ জোপা উলিয়ালে। মেচিদা খনেৰে তাৰ ছালবোৰ উলিয়াই তাতেই বাতিবলৈ ধৰিলে। ওচৰৰ জোপোহা কেইটাতে বান্দৰে খেক্ খেকাইছে। সিফালে মাহনীত বান্দৰ পৰি ৰঙা হৈ আছে। কাৰণো মাহনীডৰা, খাই সাৎ কৰিলে। যিহে ডাঙৰ ডাঙৰ মলুৱা বান্দৰ খেদি গলে চোঁচা মাৰি আহে। সৌটো কোনোবাই দিখৌত থুটি বৰশী পাতিছে। অলপমান বেঙামেলি চাই দেখে, পখিলীৰ দেউতাক।

বামশইচকৰা পথাৰৰ পৰা ঘৰলৈ বুলি আহিছে। মিনাৰামে ভাবিলে সেইটোৱেই মোৰ শত্ৰুৰ হবগৈ নহয়। পিছে বোলেনে নোবোলে কি ঠিক। মোৰ নিচিনা ভিকহু এটাক জোঁৱাই বুলিবলৈ ভাল লাগিবনে তাৰ? পিছে কি হব, বান্ধত পৰা বাঘে হাৰ মানিবই লাগিব। জীয়েকে ভাল বুলিলে বোপাইৰ কি? দেহা কিবা বোপাইৰ নে, জীয়েকৰহে। জীয়েকে নিজৰ দেহা ভিকহুক দিবলৈ ভাল পালেই যেতিয়া লাহে ধীৰে শাহু শহুৰেও সমৰ্থন দিব। কিমান দিন নো জীয়েকক এৰি থাকিব। থাকিলেই বা। এতিয়াতো পখিলী সিহঁতৰ নহয়, মোৰ। কথা পকাপকি হলেই। চাৰি-বিহুৰ দিনা ঘৰ উদ, দেখিলেহে তেৰাই গম পাৰ। পিছে, এই পখিলীৰ দেউতাকতো বৰ উফাইদা, মৰা মানুহ। মানুহটো সেইটো, তাৰ কথা চাবা কি? যেন মৌজাৰ টেকেলাহে।

চাওঁতে চাওঁতে বেলি পৰিলেই।

মিনাৰাম লৰালৰিকৈ হাবিৰ পৰা ওলাল।

চেউনীআলীটো অলপ নমনা হৈছে। দূৰৰ পৰা ধৰিব পাৰি, গৰু ছাগলীবোৰ লৰাবোৰে "হাই হুই" কৰি ঘৰলৈ নিছে। আকাশৰ বগলী কেইটাৰ আজি বাঁহলৈ ঘূৰা পলম হল। বৰ বেগ দি গৈছে। চাওঁতে চাওঁতে পখিলীহঁতৰ পদুলীমুখ পালেহি। মুখামুখি হলো পখিলীৰ সতে। পখিলী ঘাটলৈ পানী নিবলৈ আহিছিল।

"পিতাই পিছে পিছে আহিছে," পখিলীয়ে লাহেকৈ কৈয়েই বিলৰ ঘাটৰ ফালে আগুৱাই গল। মিনাৰামে অলপ গৈযেই ঘূৰি চাই দেখে পখিলীৰ দেউতাকেই আহিছে, ওৱা, আগেযে অহা মানুহ-জন পিছ পৰিল কেনেকৈ? মইযোনো এবাৰ ঘূৰি চাব নেলাগেনে মনৰ ক্ষোভ মনতে সামৰি মিনাৰাম ঘৰলৈ বুলি পোনে পানে বাট ললে।

ঘৰ পোৱা মাত্ৰকে মাজু ককায়েকে মিনাৰামক পথা বতাৰ কথা সুধিলে আৰু পুৱা গৰু কেইটা সিয়েই দিখৌত গাধুৱাই আনিব। ককায়েকে ম'হ নিজে গাধুৱাই আনিব। ৰাতি এপৰেই হলহি।

কালিলৈ বিছু বুলি খাই-বই সকলো শেতেলীত দীঘল দি পৰিল।

মিনাৰামে পুৰণি শেতেলীখন ঠিকঠাক কৰি শুবলৈ লওঁতে ভাবিলে, পখিলী আহিলে এই বিছনাখনে কিহৰ। তাই হাঁহিবহে।

ইমান মৰমৰ মানুহজনীক আনি এইখনতে শুৱাব পাৰিবনে? গারু এটাও নাই। ছকথীয়া এখন নাই। মাত্র এৰি ছাদৰখনে কি জুৰিব।

মিনাৰামে মাকক মাতিলে,—

"আইতা, মোক ছকঠীযা এখন লাগিছিল"।

মাকে শুবলৈ লৈছে, খুন্দনাটোতে তামোল এখন খুন্দি খাবলৈহে বাট চাই আছিল। খুন্দনাত তেতিযাও খুন্দনা বাৰি ভালে ছচাৰ এচাৰ মাৰি আছে।

মাকে ক'লে,—

"হেৰ, জাৰৰ দিন গলেই, এতিযানো ছকঠীয়াখন কেলেই?

মিনাৰাম বিপদত পৰিল, কি কয় এতিয়া,—

"এ' নহয পাৰি লবলৈকে লাগিছিল।"

ইতিমধ্যে মাজুবৌয়েকে মাত লগালে,—

"সরু ডেকা। হব, হব, মই যতনাই থৈছো, গারু দুটাও থৈছো। এইবাৰ বিহুতে তোমাৰ পঘাও মই সলাই দিম"।

মিনাৰাম মনে মনে থাকিল। মাজুবৌয়েকে যা-যোগাৰ কৰিছেই। এৰা, হয়তো, ন' ছোৱালী এজনী তাৰ এই বিছনাখনত শুবলৈ দিলে আৰু কি থাকিল। মই ইমান ভিকহু নহয় দে', শিমলু তুলা এনেযে পায। কেই থৈলা আনি ঘৰত দমাই থৈছো।

বোধকৰো মাজুবৌয়ে তাৰ পৰাই মোৰ শেতেলীখন ঠিক কৰিছে। এৰা, মাজুবৌৱেও নকৰিলেনো, কোনে কৰিব? ঘৰখনত আইতাৰ পিছতেই মাজুবৌ।

মিনাৰামে চেলেউটো সুপি সুপি মাজে মাজে কাঁহি আছিল। মনতে ভাবিলে, এৰা ম'হ কালিলৈ নিব নেলাগে যেতিয়া, গরু

গাধুৱাবলৈ যাওঁতে পখিলীকো এবাৰ আকৌ চাই আহিম। এই কেইদিন আৰু ইফাল সিফাল কৰিবৰ নাই। চকুত চকু লগাই থব লাগিব।

মিনাৰামে মনৰ ভিতৰতে উষ্মা অনুভৱ কৰিলে।

পখিলীয়ে গামোছা দিয়া দৃশ্য আৰু কথোপকথনখিনি মনত পৰি তাৰ গোটেই মনটোত বিজুলীৰ নিচিনাকৈ খেলি গল। আহ! জীৱনত এইবাৰেই সি এজনী ছোৱালীৰ ইমান ওচৰত কথা পাতিলে। ছোৱালীবোৰে মুখামুখিকৈ প্ৰেমৰ কথা পাতিলে ইমান ভাল লাগে, ইস্। তাইৰ চকুলৈ চাবকেই নোৱাৰি। চকুৰে হাঁহিছে নে, মুখেই হাঁহিছে, গালেই হাঁহিছে নে, ধৰিবই নোৱাৰি। যাওঁ বুলিকৈ আকৌ বৈ যায়, ইফালে সিফালে চাই আকৌ মোৰ মুখলৈ চায়। মোৰ মুখখনতনো কি আছিল। ভাবোতেই মুখখনলৈ থেপিয়াই চালে, গোফ কোচা হেৰেঙা, ঠুটৰীৰ দাড়ী কেইডাল যে আৰু হেৰেঙা। আনকি এডাল এডাল কৈ হিচাবেই কৰিব পাৰি। এৰা, কাটো কাটো বুলিযেই সময় নেপাওঁ। কালিলৈ গৰু গাধুই অহাৰ পিছতে ডবুৱা কটাৰীখন ধৰাব লাগিব। তাৰেই দাঢিখিনি চুচি পেলাব লাগিব। গোফ কোচা চুচিবলৈ হলে নাই, কেচি এখনহে বিছাৰিব লাগিব, তাকো আকৌ, ৰঙাইৰ ঘৰলৈ গলেহে হব। সি এখন বজাৰৰ পৰা কিনি আনিছিল।

ভাবি থাকোতেই টোপনীয়ে কোন পিনে তাক হেঁচি ধৰিলে, কবই নোৱাৰিলে।

বাৰ

গোটেই গাওঁখনেই দোকমোকালিতে সাৰ পালে।

গাঁৱৰ কেওফালৰ পৰাই লৰাবোৰে দিখোলৈ গৰুবোৰ গাধুৱাবলৈ খেদি লৈ গল।

এই চুকটোৰ পৰা মিনাৰামহঁতেই ওলাব লাগিব।

মিনাৰাম শুই উঠিয়েই গাইজনী পোৱালী দুটাবে আৰু দমৰাটো লৈ ওলাই গল। এক লিখিয়া খেদিয়েই লৈ গল।

"ঘুৰিয়া,—ঘুৰিযা,—"

কণ মইনাইয়ো এছাৰি এডাল লৈ খেদিবলৈ ধৰিলে।

চেউনিআলাটো পোৱাগৈ নাই, মিনাৰামে তেতিয়াও গাইজনীক দৌৰাই দৌৰাইযেই নিবলৈ ধৰিলে,—

"ঘুৰিয়া,—ঘুৰিযা,—হুৰ্ ৰ্ ৰ ৰা।"

এই চুকটোৰ পোক-পৰুৱাইয়ো মিনাৰামৰ মাতষাৰ চিনি পায়।

লগে লগে কণমইনায়ো তুষাৰ এষাৰ ৰি, মাৰি গৈ থাকে।

চেউনাআলীটোত উঠাৰ লগে লগে মিনাৰামে ডাঙৰকৈ উকি এটা মাৰিলে, কাষৰ পথাৰখন ৰজন্ জনাই গল। মিনাৰামৰ মনতে, সবেই জানক, মিনাৰামে গৰু গাধুৱাবলৈ গৈছে। কাৰণ, অলপ দূৰ গলেই চিঞৰিব নোৱাৰিব, পখিলীহতঁৰ ঘৰ পাবগৈ। সিহঁতৰ ঘৰৰ ওচৰত তাৰ চিঞৰিবলৈ অলপ লাজ লাজ লাগিল। পখিলীৰ ওচৰত চিঞৰ টিঞৰ মাৰি তাৰ পাতল হবলৈ ভাল নালাগিল। মানুহ হবলৈ হলে ডাঠ হব লাগিব, গহীন হব লাগিব। অন্তত পখিলীহতঁৰ চুবুৰীটোৱে জানক মিনাৰাম ভিকহু হলেও সেইবুলি পাতল নহয় দেই। ডেকা বযস্ৰ গাম্ভীৰ্য্য তাৰো আছে।

তাতে মিনাৰামৰ পখিলীহঁতৰ পদুলীটোৱেই গৰুলৈ যাবৰ মন। অথচ দিখোলৈ গলে সিহঁতৰ পদুলী দিযেই যাব লাগিব। নহলে পথাৰেদি পোনাই দিলে দিহিঙ্গীয়া গাঁৱেদি যাবগৈ লাগিব। ইমান খন বাট যোৱাৰ কাৰণ মিনাৰামে নেদেখে। গাঁৱে বাটৰে যিটো ঘাট, তালৈ নগৈ অন্য গাঁৱৰ ঘাটলৈ কে'লে যাব। তেহেলে, পখিলীহতঁৰ পদুলীমুখ নেথাকিলেই বা।

তথাপি যেন মিনাৰামৰ পখিলীহঁতৰ পদুলী দিয়েহি যাবৰ মন। পখিলীক এবাৰ চাই গলেনো কি ৰামায়ণ অশুদ্ধ হব।

পখিলীহতঁৰ পত্নলীপাওঁতে মিনাৰাম নিমাত,—গাত গমেই নাই। কণ মইনাই হে গৰুবোৰ আগুচা আগুচি আগুছা আগুছি কৰিছে।

পখিলীহতঁৰ দুৱাৰখন কাণি-দুৱৰী কৈ মেলা আছে। অৰ্থাৎ ঘৰৰ এফাল হে উঠিছে। বোধ কৰো শহুৰৰ বায়ু চৰিছে। মিনাৰামে মনতে ভাবিলে।

দিখৌত গা ধুৱাই গৰুবোৰ পাৰলৈ আকৌ তুলি দিলে। তাৰ পিছত মিনাৰাম আৰু কণমইনাই দিখৌতে জোবোৰা মাৰি গাটো ধুই ললে। ইতিমধ্যে গাঁৱৰ লৰাবিলাকো গৰু গা ধুৱাবলৈ ঘাট পাইছেহি।

দিখৌৰ ঘাট গাঁবৰ লৰাৰে জুম হল। গৰুবোৰ পানীলৈ নমাই দি আকৌ পাৰলৈ তুলি অনাৰ চিঞৰ বাখৰত দিখৌৰ দুযোপাৰ কোঢাল হৈ উঠিল।

কণমইনাই এই প্ৰথম দিখৌৰ ঘাটলৈ আহিছে। লৰামখাৰ চিঞৰ বাখৰ দেখি সি ৰ' লাগি চাই ৰল।

এয়েই গৰু বিহু।

মিনাৰামে চেলেউটো সুপি আছিল।

ঘূৰি আহোঁতে গাঁৱৰ লৰাবোৰে মিনাৰামক সুধিলে,—

"মিনাৰামকাই, পিছে ঢোলখোল ঠিক কৰি থৈছানে নাই? ঢুলীয়াতো তুমিয়েই। তুমি নহলেতো আমাৰ বিহুয়েই নহয়।"

"এৰা চাঁওচোন,"—

গাঁবৰ লৰাৰ লগতে কথাপাতি মিনাৰাম ঘৰ পালেহি। মাজু বৌৱেকে পিঠাৰ যো জা কৰিছে। আইভেৱে এখন মুখত লৈ আঁজুৰিছে। গৈ পোৱাৰ লগে লগে কণমইনাৰ হাতত এখন দিলে।

মিনাৰাম পুৱাৰ জলপান পিঠা খাবলৈ বহিল।

তিল দিয়া পিঠা, চুঙা পিঠা, পানী পিঠা, গুৰ পিঠা, ভজা পিঠা, সানিকি পিঠা। মিনাবামৰ কাঁহিখন ওপচি পৰিল। কণমইনাৰ

কাঁহিখনলৈ কেৰাকৈ চকু পৰিল। মিনাৰামে তাকো লগতে থাবলৈ মাতিল। আইডেৱো চাপিল হি।

বহাগ বিহু ৰঙালী বিহুহে, মাঘৰ ভোগালী বিহু নহয়। ভোগালীত ন' ধান চপাই ন' খোবাৰ সময়তে মাঘৰ বিহু। ভড়ঁালত বা জহাই, বৰাই ধান ঠাঁচ খাই থাকে। সেযেহে ভোগালী বিহু। আৰু ৰঙালা বিহু নচাৰহে, বছৰৰ ন' দিন। নতুন বছৰটোক ওলগনি জনাবলৈহে এই বহাগৰ বিহু। ন' বছৰৰ ন' আনন্দত কেৱল নাচি নাচি ভাগৰি যোৱাই আনন্দ। আৰু এই বিহু বিহুবা ডেকা গাভৰুৰ হাতত পৰি ই হৈ উঠে, কৃষ্টি সংস্কৃতিৰ থল।

দিনৰ এপৰ হলহি।

মিনাৰামৰ ওলাই যাবৰ মন নাই। কাৰণ গলেই দলত পৰিব লাগিব। দলত পৰিলেই আৰু সেই এমাহলৈ বন্ধ। এবাৰ বিহুৰ ঢোললৈ মোহ বহিলে এৰাই টান হব।

শেষত ওৰে বছৰে পোহপাল দিয়া এই পলুৱাই নিয়া দিনটো অথলে যাব। ভাবি থাকোতেই গাঁৱৰ মাজৰ ঢোলৰ মাত মিনাৰামৰ কাণত পৰিল,—

"ধিনিকি ধিনিকি"

বিহু আৰম্ভ হৈছেহে। সেই বাবেহে ঢোলৰ এদাল মাত।

"ধিনিকি ধিনিকি।"

কাৰণ, 'ধিনদাও উঠিবৰ নৌ। ঢুলীয়া গলেহে ঢোলে সম্পূর্ণ মাত দিব। এতিয়া কোনোবাই আখৰা কৰিছে। অপৈণত হাতৰ ঢোলৰ ছেও।

"ধিনিকি,—ধিনিকি,—"

মিনাৰাম আৰু ৰব নোৱাৰিলে।

নিজৰ ঘৰৰ ঢুলুকীটোকে উলিয়াই ললে। এয়া ৰাজহুৱাকৈ বজাব পৰা ঢোল নহয।

মিনাৰামে ঢুলুকীটোত চাপৰ এটা মাৰিলে,—

'ধিনদাঁও।'

চোতালখন ৰজনৃজনাই উঠিল।

তাৰ পিছত আকৌ চাপৰ,—"ধিনদাও,—ধিনদাওঁ"

মিনাৰাম ৰব নোৱাৰিলে।

ঢোলত চাপৰ ভালকৈয়ে মাৰিলে,—

—"ধিনিকি ধিনিকি,—ধিনদাওঁ,—ধিনিকি,—ধিনিকি ধিনদাওঁ"

তাৰ পিছত মনে প্ৰতি ঢোলত চাপৰ পৰিবলৈ ধৰিলে। পথাৰ-খমাৰ যেন বিহু,—বলিয়া হৈ পৰিল।

তাৰ পিছত ঘুৰি ঘুৰি,—নাচি নাচি,—জপিয়াই মিনাৰামে ঢুলুকী মাৰিবলৈ ধৰিলে।

মাকে পিৰালীচুকৰ পৰা মিনাৰামৰ ঢুলুকা মৰা চাবলৈ ধৰিছে।

গধুলী হাবীবনৰ মাজে মাজে দূৰৰ গাঁৱৰ, ওচৰৰ গাঁৱৰ ঢোলৰ মাতে মিনাৰামক বলিযা কৰি তুলিলে। মিনাৰাম ৰব নোৱাৰা হল। আবেলি অহা গাঁৱৰ লৰাজাকৰ লগতে বিহু মাৰিবলৈ ওলাই গল।

"মিনাৰামকাই আহ ঔ" জাকৰ পৰা লৰা এটাই চিঁঞৰ মাৰিলে।

মিনাৰামে এইফালৰ পৰা দীঘল উকি এটা মাৰি সহাৰি দিলে।

বিহু আৰম্ভ হল ৰঙিলীহঁতৰ ঘৰতে। সেই ঘৰেই চুবুৰীটোৰ প্ৰথম ঘৰ। আৰু নাচনীও ৰঙিলীয়েই।

ডেকামখাই হাতত ঢুলুকী, পেঁপা, টকা লৈ গৃহস্থৰ চোতালত লাহে লাহে ঘুৰি ঘুৰি নাম আৰম্ভ কৰিলে, মূখীযাল জনে লগাই দিয়ে, বাকীজাকে সমস্বৰে গাই উঠে। সেইদৰে ঢোল, টকা, পেঁপাও হেৰেঙাকৈ বাবলৈ ধৰিলে।

দেউতাৰে পদূলী গোন্ধাইছে মাধুৰী
কুলিয়ে মাতিলে বাঁহত ঔ,
গোবিন্দাই ৰাম

বাইজ চোতাল গৰকি উঠিল।

সেইগীতষাৰ শেষ কৰি আৰু এষাৰ গালে, প্ৰথম শাৰীৰ গীতকাঁকি বাইজৰ কাণত নপৰিল ঢোলৰ চাপৰ কোবত।

"

দায় নধৰিবা, দোষো নধৰিবা

গাই যাওঁ বতৰৰ গীত।"

গীতটো শেষ হবলৈ পালেহে বিহুৱা ডেকা যেন বাউল হৈ পৰিলে। ঢোলৰ মাত চৰিল,—

"ধিনিকি ধিনিকি ধিনদাও, ধিনিকি ধিনিকি ধিনদাও।"

"ধিনদাও ধিনদাও।"

লগে লগে পেঁপাৰ, টকাৰ মাত। ৰঙিলীহঁতৰ চোতাল, আকাশ গৰ্‌গৰাই উঠিল। তাৰ পাছত ৰঙিলীয়ে নাচিবলৈ ধৰিলে।

হাতৰ বাউসী কঁপাই কঁপাই, হাতৰ আঙুলী লৰাই লৰাই, লগে লগে পিঠি, গলধন, গল বিছনী যেন সমানে লৰিবলৈ ধৰিলে। ঢোলৰ মাত যিমানেই চৰিবলৈ ধৰিলে, নাচনীৰ গাত যেন গোঁথানীহে লম্ভিলে, এইবাৰ মেথনি লৰিবলৈ ধৰিলে, তাৰ পিছত বুকু লৰিবলৈ ধৰিলে। গাত চেতনা নাই। নাচ, নাচ, নাচ। নাচিনাচি পৰি যাব খোজে, নাচি নাচি হালি পৰিব খোজে, নপৰে। তাৰ পিছত ঘুৰি ঘুৰি বাইজলৈ চাই কৰ্কাল ভাঙি নাচিবলৈ ধৰিলে। এনেহে কঁকাল ভাঙিবলৈ ধৰিলে, কঁকাল যেন শৰীৰৰ এটা বিভিন্ন অঙ্গহে, ওপৰ ছোৱাৰ লগত হাডমাংসৰ যোগ নাই। নাচি নাচি ৰঙিলী যেন এনেহে হল, যেন ভাগৰা নাই, বল বাঢ়িছে হে, নাচৰ কোব চৰিছেহে। ইপিনে মিনাৰামৰ ঢোলৰ মাতত ৰাইখ্ নাই। তল ওপৰ। ধিনিকি ধিনদাও, ধিনদাও, ধিনদাও। ৰঙিলীয়েও ঢোলৰ ছেৱে ছেৱে কঁকাল কচালিবলৈহে ধৰিলে, ক'ত মৰাগৈ এতিয়া। ভাগৰ জোগৰ আইৰ নোহোবাই হল।

দুয়োখন হাত কঁকালত থৈ কঁকালটো ঘুৰাবলৈ ধৰিলে, আকৌ

বৈ ঢোলৰ অন্ত ছেৱত কঁকালটো সামান্য ভাবে কঁপাবলৈ ধৰিলে, তালকৈ লক্ষ্য নকৰিলে নাচিছে বুলি ধৰিবই নোৱাৰি। সেইয়া একেঠাইতে বৈয়ো নহয়, খোজ এৰি এৰি চোতালৰ সিমূৰ পাইগৈ, আকৌ সিমূৰৰ পৰা সেইদৰে খোজ এৰি এৰি ইমূৰ পাযহি।

বহুত পৰ ৰঙিলীয়ে নাচিলে। ভাগৰ দেখি ঢুলিযাৰ মৰম লাগিব হবলা, ঢোলৰ চেও এইচাত কমিব। কিন্তু ক'তা,—ঢোলৰ মাত চৰিলহে।

ঢুলীযাই আজি নাচনীক ভালকৈ নচুৱাব। বছেৰেকৰ মূৰত পাইছে যেতিযা, আজি ননচুৱাইনো কেতিযা নচাব? এই নচাই নচাই ভাগৰাই পেলোবাৰে দিন যে আজি। গাভৰু ছোবালী নচুৱাবলৈ পালে কোন বিহুৱা ডেকাইনো এৰিব।

কিন্তু নাচনীও সেই। বিহুৱা ডেকাৰ উৎপাতলৈ ভয় পোৱা নাই। ৰঙিলীযেও মনতে, কিমান নো নচাব পাৰ, মইযো চাম। নাচিবৰ বল শকতি ৰঙিলীৰ গাত বৰ্তমান। ঘুৰি ঘুৰি, হাঁহি-হাহি, বলিয়াজনা হৈ নাচিছে ৰঙিলীয়ে, নাচি নাচি ভাগৰিব কত, উৰোঁ উৰোঁ হৈ পৰিছে তাই। যেন ৰা.ঢালী পখিলী জনীহে।

তাৰ পিছত ঢুলিযাই দেখিলে টান আছে, ইমানতে পাতলাই ভাল তাৰ পিছত বিহুৱা ডেকা এটাই আৰম্ভ কৰিলে,—

"ৰঙানীলা পখিলা, তোম্যৰ পাখী দুখিলা।

ধৰিব খুজোঁতে, উৰিনো গুচি গলা ।

এই বেলি যেন ৰঙিলাৰ নাচ শাম কাটিল, কিন্তু ৰে যোৱা নাই। বিহুগীতৰ মাত্ৰাৰ সুৰে সুৰে এইবাৰ আকৌ কঁকালত দুইখন হাত থৈ কাছৰ চন্দ, হেন ককাল লাহে লাহে কচালিবলৈ ধৰিলে। তাৰ পিছতো বৈ যোৱা নাই। ঢুলিয়া যেন ৰব খোজে, কিন্তু নাচৰ ছেও দেখি ৰব নোবাৰিলে। এইবাৰ আকৌ ৰঙিলীয়ে ককাল কচালি কচালি ভৰি আৰু কলাফুল লৰাই লৰাই ঠাইতে নাচি লাহে লাহে ঠাই এৰি এৰি গৈ থাকে। তাৰ পিছত এখন হাত

কঁকালত থৈ এখন হাত ওপৰলৈ তুলি ঘুৰি ঘুৰি নাচ সমাপ্ত কৰিলে।

ৰাইজ তভক্ মাৰি ৰল। এই যোৰা ঢুলীয়া আৰু নাচনীৰ বিহুৱে আকাশ মাটি যেন বিহুময় কৰি তুলিলে।

এয়া নতুন বছৰৰ ওলগনি।

তাৰ পিছত ৰাইজ বহিল।

বহাৰ লগে লগেই সবেই যেন একেমুখে চিঞৰি উঠিল,

জয়ৰাম বোলয, জয হৰি বোলয।

ইয়াৰ মাজৰ পৰাই এজন বিহুৱাই গৃহস্থক আশীৰ্বাদ কৰিবলৈ ললে।

"বছেৰেকৰ বিহুত গৃহস্থৰ ঘৰত ন' বছৰৰ ওলগনি জনাই ৰাইজে চুলি চিঙি আশীৰ্ব্বাদ কৰিছে, গৃহস্থৰ আয়ুস বাঢ়ক, পথাৰ শমাৰে, ধান ধাননীৰে ন' বছৰত গৃহস্থৰ ঘৰ ভঁড়াল পূৰ্ণ হক। জৰা, ব্যাধি, আকাল বিকাল গুচি গৃহস্থৰ সংসাৰ জযজয মযময হওঁক সমূহ ৰাইজে চুলি চিঙি আশীৰ্বাদ কৰিছে, জযৰাম বোলয়, জয়হৰি বোলয।

শেষৰ বাক্যটে যেন সকলোৱেই একেসুৰতেই চিঞৰি উঠিল।

তাৰ পিছত পিঠাপনা, চাহ এবাতি খাই বিহুৱাজাক অন্য ঘৰলৈ যাবলৈ উঠিল।

তাৰ পিছত ঘৰে ঘৰে বিহু মাৰি ঘুৰোঁতে ৰাতি ভালেখিনি হল।

বিহুৱা জাকৰ লগতে মিনাৰামো ঘুৰিল।

মাজুবৌবেক তেতিযাও শুৱাই নাই। বিহু বুলিযেই নেকি পলমকৈ বাট চাই আছে মিনাৰামলৈ, বিহুৰ বতৰা লবলৈ। কোনে কোনে নাচিলে, কোনে ঢোল বালে, কোনে নাম গালে ইত্যাদি।

মিনাৰামে কথাত পানী নমাৰাকৈ কৈ গল। আনন্দত উতলা হৈ পৰিছে। ৰঙিলীৰ নাচৰ চেও দেখি ৰাইজ ধইন্ ধইন্ মানিছে।

মাজু বৌৱেকে মাত লগালে,—

"পিচে পখিলীয়ে নাচিছিল নেকি ?"

"নচাহেঁতেন তো আৰু অকলে আহোনে ?"

"কিয়, নাচি নাচি ঘৰ ওলালাহিতেঁন ?" মাজুবৌৱেকে ৰগৰ্ কৰিয়ে ক'লে।

"কিন্তু বেছি দিন নাই, খেন চাইহে আছোঁ," মিনাৰামে ক'লে।

"দাংকোলা কৰি আনিবলৈ নোকি ?"

মিনাৰাম মনে মনে থাকিল। অলপ লাজ পালে।

খুক্ খুকাই মাজু বৌৱেকে হাঁহিলে।

"পিছে, সৰু ডেকা ভাতৰ পাতত নবহা নেকি ?"

"ঠাহি ঠাহি খাই আহিছো , ঠেক গেৰু হৈ আহিছে ," মিনাৰামে দীঘল উগাৰ এটা মাৰি ক'লে।

"পখিলীহঁতৰ ঘৰতনে ?"

মিনাৰাম আকৌ মনে মনে ৰল।

মাজুবৌৰ পৰা নোৱাৰি।

"ঘৰ সুমুৱাৰ আগতে কথা আগেযে ওলাব যেনহে পাইছো।'

কৈয়েই মিনাৰাম গাপ মাৰিলে।

ঢোলত কোব দিওঁতে বাউসী দুটাত বিৰ উঠি গৈছিল। বিছনাত পৰি ভাগৰ মৰাৰ বাহিৰে অন্য উপায় নাছিল।

এইবাৰ প্ৰথম মিনাৰামৰ ভাগৰ লাগিল। ইযাৰ আগতে কত বাৰ মিনাৰামে তলৌ তলৌকৈ ওৰে নিশাটোত ঢোল কোবাইছিল, তাৰ উৱাদিহ নাই। বাউসীত বিৰ উঠিলেও সি যেন নিৰ্ব্বিহ হৈহে আছিল। শোৱন নাই, খাৱন নাই, ঘৰ নাই, বাৰী নাই , বিহু, বিহু, বিহু। গাৱঁৰ ইমূৰ সিমূৰ, ইখন গাঁও, সিখন গাওঁ, ছমাইল দূৰৰ গাঁওলৈকে মিনাৰামে গৈ বিহু মাৰিছে।

কিন্তু আজি যেন মিনাৰামৰ ভাগৰ লাগিল। এয়া পখিলীৰ সতে বিয়াৰ ভাগৰ নে ? বিযাতো হবই।

গতিকে বিযাৰ ভাগৰে আগতীয়াকে লাগিল।

গায়ে-মূৰে এৰিয়া চাদৰখন ঢাকি মিনাৰাম শুই পৰিল।

তেৰ

শুই উঠিযেই মিনাৰামে ম'হটোক চৰাই আনিবলৈ পথাৰৰ কালেলৈ লৈ গল। এই বেলাতেই চৰাই নথলে সিবেলালৈ মুকলি হব নোৱাৰিব।

চেউনিআলিটোৱেদি সি নামিছে হে মাথো, তাৰ মনত পৰিল, কালিলৈ মাত্র এটা দিনহে মাজত আছে। আজিযেই তাৰ সম্পূর্ণ আখৰা বিহুতলীত দিব লাগিব, কোন জোপাহাটোত লুকাই থাকিব, কোন সোলো, গছ জোপাৰ তলৰ পৰা পখিলীৰ আৰু ৰাইজৰ আলেখলেখ চাব লাগিব, সকলো আজিযেই ঠিক কৰি থব লাগিব। গতিকে বিহুতলীত ননমাই ভাল হব। কাৰণ আজি নামিব লাগিলে কালিলৈ এবাব নোবাৰিম। মোৰ ঢুলুকী মৰাৰ ক্ষণতে যাৰ যি অভিসন্ধি আছে, সকলো কৰি তুলিব।

মিনাৰামে খোছনাৰ পৰা পেঁপাটো উলিযাই ললে। তাৰ পিছত ম'হটোৱে দলঘাঁহ আঁজুৰিব পাৰিছেনে নাই, এবাৰ চাই পেঁপাত ফুঁক দিলে,—

"টিহিঁটি, টিহি টি, টি।'

বগলীবোৰ ম'হটোৰ ওচৰে ওচৰে চৰি আছে। মাজে মাজে ম'হটোৱে উজাল মাৰি উঠে, বগলীবোৰে পাখী মেলি জপিয়াই জপিয়াই অলপ দূৰলৈ গৈ আকৌ ওচৰ চাপি আছে।

বগলী ম'হৰ সহচৰ।

ৰগলীবোৰে ম'হটোক ভয় নকৰে, ভয় কৰে মিনাৰামকহে। অৱশ্যে মিনাৰামে কোনোদিনে বগলী মৰা নাই। তথাপি যেন বগলী বোৰ সন্ত্রস্ত। কিন্তু যেতিয়া মিনাৰাম পেঁপাৰ মাতত ব্যস্ত তেতিয়া বগলী বোৰ উদণ্ডীয়া। কাৰণ মিনাৰামে ইফালে সিফালে মন

নকৰে ম'হৰ পৰা নেনামেও। তেতিয়া ম'হ আৰু বগলীৰ মাজত নিৰপত্তাৰ বন্ধুত্ব গঢ়ি উঠে।

ম'হটোৰ দল ঘঁাহ আজোঁৰাটোৰে প্ৰতি কীট, পতঙ্গ, ফৰিং, পোক বিলাক জপিযাই ওলাই পৰে আৰু তেতিয়া বগলী বিলাকৰ বিনাকষ্টে শৰাধ হয়। মিনাৰামেও লক্ষ্য কৰে। মিনাৰামৰ মনত আনন্দ হয়। হেজাৰ চেষ্টা কৰিও ধৰিব নোৱাৰা এই বনৰীযা পখীজাক ইমান ওচৰত নিৰ্ব্বিবাদে চৰি থকা দেখিলে কাৰ ভাল নেলাগিব। ধক্ ধক্ কৈ গাখীৰ হেন বগলীবোৰ দেখি তাৰ আমোদ লাগে। সি পেঁপাটো এৰি বগলাজাকক চাই থাকে। বগলী কেইটা তেতিয়াও মিনাৰামৰ প্ৰতি নিৰ্ব্বিকাৰ। কাৰণ মিনাৰাম তেতিয়াও ম হৰ পিঠিত হে আছে, নামিবলৈ সময় লাগিব, নামিলেও বগলী কেইটা মাৰিবলৈ খেদি যাব লাগিব। ইতিমধ্যে বগলী গৈ তাৰ ধৰাৰ বাহিৰত যাবগৈ।

বগলী, ম'হ আৰু মিনাৰাম।

বৰ্ত্তমান সিহঁতৰ পৃথিবীত এই তিনটিহে প্ৰাণী।

ম'হটোৱে চৰি চৰি গৈ বিলৰ ওচৰ পালেগৈ। মিনাৰামে ধৰিবই নোৱাৰিলে। ৰাতিৰ টোপনী খতিত মিনাৰাম ম'হৰ ওপৰেতে অলপ টোপনীযাই আছিল।

ওচৰতে ঢোলৰ মাত হুঠাতে শুনি সি যেন চকামকাকৈ সাৰ পালে।

বিহুৱা এজাক পখিলীহঁতৰ ঘৰত পদুলীমুখেদি সোমাই গৈছে।

ঢুলীযা খোলীয়া এজাকৰ মাজত মনাইকো দেখিলে।

মিনাৰামৰ মনত যেন এনেই এটা আক্ষেপ হল।

পখিলীহঁতৰ চোতাঁলত ঢোল-খোলৰ মাত শুনা গল।

বেলি তেতিয়া ভালেখিনি হৈছিল। মিনাৰামৰ জলপান খাবৰে হল। কিন্তু মিনাৰাম যেন অলপ বল।

ম'হটোৱে বিলৰ ঘাহঁনিৰ মাজেদি আগবাঢ়ি গৈ পখিলীহতঁৰ

পদূলীমুখৰ সমুখা সমুখী হল। কিন্তু বিলৰ পৰা মনিবহে পাৰি পখিলীহতঁৰ চোতাললৈ। তেতিয়া বিহুৱাজাকৰ ঢোলখোলৰ ৰগৰ উঠিছেই। ইটিযে সিটিযে নামগোৱাৰ পিছত মনাইক দেখিলে, জাকলৈ আগবাঢ়ি গৈ নাম এষাৰ লগালে।

"শদিয়ালৈ পোনাই যাম, শদিয়ালৈ পোনাই যাম,
পেলাইনো যাম, পেলাই নো যাম,—মনত।"

মিনাৰামে বুজিলে, এইযা মনাইৰ পখিলীলৈ আগৰছোৱা এষাৰি নাম। অৰ্থাৎ এই বিহুৰ ছলতে পখিলীৰ মন বিছাৰি আহিছে। কিন্তু পখিলীৰ জানো মন আছে।

মিনাৰামে ভালকৈ এবাৰ চালে, পখিলী ওলাই আহিছে নেকি? কিন্তু কতো পখিলীক নে দেখিলে।

সেইখন্তেক মিনাৰাম বিলতে ৰল।

তাৰ পিছত যোৰাই যোৰাই নাম বিহুবাজাকে গালে। যেতিয বিহুৱাজাকে গৃহস্থক আশীৰ্ব্বাদ দি ওলাই আহিল, মিনাৰামৰ মনাইৰ চকুৱে চকুৱে পৰিল। দুয়ো যেন চকুৱে চকুৱে চাব নোৱাৰা হৈ আছিল। মনাইৰ মনত আনন্দ, অন্তত পখিলীৰ ছালবেৰত প্ৰতিধ্বনি তুলি থৈ আহিছে। ইফালে মিনাৰামৰ খং, লোকৰ মাইকীৰ চুৱা খাই ফুৰিবলৈ লাজ নেলাগেনে?

মিনাৰামৰ খং যেন চৰিলাহে আৰু মনতে ভোৰ ভোৰালে 'হেৰ, পখিলীৰ মন কিবা হস্পিতালৰ ডাক্তৰৰ দাবাইনে, খুজিলেই পাবি।'

ইপিনে বিহুৱা জাকক চাবলৈ পদুলীমুখলৈকে পখিলীহঁত আগবাঢ়ি আহিছিল। ওচৰতে মিনাৰামক দেখি পখিলীয়ে হাঁহি মাৰি চকু দুটা ডাঙৰকৈ মেলি ইঙ্গিতেৰে বুজাই দিলে। মিনাৰামেও চকুৰেহে হাঁহিলে আৰু কথা পাতিলে। তাৰ পিছত লাহে লাহে পখিলী ঘৰলৈ সোমাল।

মিনাৰামেও আৰু পলম নকৰি ম'হ ঘৰলৈ লৈ আহিল।

জলপান খাইহে যেন সি এতিয়া পখিলীৰ কথা অলপ ভাবিব পাৰিব।

পেটত ভাত নেথাকিলে, জীৱনটোৰ কোনো ৰস নাই। বোলে, ঘাঁহে বলদ, ভাতে মৰদ্"

জলপানৰ গৰাহ মিনাৰামে গৰাহে গৰাহে তুলিবলৈ ধৰিলে, কোনটো গৰাহ আগে তুলিব, এনেহে চিন্তা হল। অৰ্থাৎ গোগ্ৰাসে খাবলৈ ধৰিলে। বিহুৰ কথা এৰি এতিয়া ভাতৰ পাততহে তাৰ মন।

আজি আবেলিৰ পৰাই বিহুতলীত ডেকা গাভৰুৰ বিহু হব। ডেকা লৰা ডেকাৰ জাকত আৰু গাভৰু গাভৰু জাকত থাকিব। ব্যবধান মাত্ৰ এটা ৰিঙৰ দূৰত্ব হে।

" বিহুতলা বুলিবলৈ মথাউৰিৰ কাষৰ বাম মাটি ডৰাহে। তাৰ কেউফালে হাবী এফালে বিল। সৰু লু্‌লুঙীযা বাটটোৱেদি সোমাই যাব লাগে। ভয ভীতি নাই কাৰণ গাঁৱৰ ডেকা গাভৰুৱেহে বিহু মাৰিব। তাতে বুঢ়া মেথা ওচৰতে থাকিব। ওচৰৰ গাওঁগঞাই বিহু নাম শুনিযেই থাকিব।

আবেলি পৰত বিহুৰ টকা পেপা, খোলৰ মাতেৰে বিহুতলীখনক্ লাগি যাব। মিনাৰাম বিহুতলীলৈ যাব। নিৰব দৰ্শকহে হৈ যাব। এইবাৰগাত লাগি বিহু নেমাৰে। কিন্তু গাঁবৰ ডেকা মখাই জানো তাক ঢুলুকী নমৰাকৈ থাকিবলৈ দিব। কাৰণ প্ৰত্যেকেই প্ৰত্যেকজনী গাভৰুলৈ এষাৰি এষাৰি নাম সাজি থৈছে। যদি ঢুলুকীতে ব্যস্ত থাকিব লগীযা হয, তেন্তে সেইফেৰাও যাব। গতিকে ঢুলুকী, টকা, পেপা, গগণা গায়ে গায়ে ভগাই দি প্ৰেমিকা বিহুৱাই এষাৰি এষাৰি নাম মাৰি থাকিব। কাৰণ বিহুতলীত নাম মাৰিব কেইটামান ডেকাইহে। যি নাম সুৱলাকৈ, সুৰীযা গাব জানে, সিহে দলৰ মুখীযাল হব পাৰিব। সি লগাই দিলে বাকীবোৰে সমস্বৰে গাই থাকিব। গতিকে টকা বোবাই টকা বাব, পেঁপা বজোৱাই পেঁপা

বজাব, সেইদৰে গগনাৰ ভাগত গগণা থাকিব, আৰু ঢুলুকীত থাকিব মিনাৰাম। নচাই নাচিব, চোৱাই চাব।

ওচৰৰ গাওঁ-গাঁওঁৱাই দূৰৰ পৰাই বিহুতলীখন দেখি থাকে।

বিহুতলীৰ কাষে কাষে জোপোহা হাবী, জাৰ্ম্মানীবন, দুই এজোপা দীঘল দীঘল গছ।

কাষেদি মথাউৰীটো দিখৌ নৈৰ পাকে পাকে গৈ আছে। আগলৈ মথাউৰীটোৰ দুয়ো কাষে অটব্য জাৰণি, লানি লগা বাঁহনি শূইন, মানুহৰ ঘৰবাৰী নাই। দিনতে যাবলৈ ভয়। মানুহ ঘনাই এইফালে অহা যোৱা নকৰে। অলপমান সিফালে বাঘৰ চৰণীযা ঠাই। গৰখীয়া লৰাই গৰু চৰালেও এই খিনিতে চৰায়। বিহুতলীত গৰু মেলি দি গৰখীযা লৰাবোৰে টাংগুটি খেলি থাকে। বছৰেকত ইযাতে ডেকা গাভৰুৰ বিহু হয। মথাউৰী, বিহুতলী আৰু বিলৰ পাৰ ডেকা গাভৰুৰ খোজত উখল মাখল লাগি থাকে।

গাভৰু জাকে ঘৰত বোৱা চেলেং কাপেৰেৰে মেখেলাৰে নিজকে শুৱাব। চুলিও তেলে চিকমিকাব। হাতৰ তলুৱাত জেতুকা। ন বিহুত সকলোৱে গা পা ধুই নিকাকৈ নিজকে সজাই পৰাই বিহুলৈ যাব। বছৰেকৰ মূৰৰ এই আনন্দ আপুৰুগীয়া।

ডেকাজাকেও নতুন কাপোৰ কানি পিন্ধি হাতত ঢুলুকী, পেপা টকা, গগনাৰে ওলাই আহিব বিহুতলীলৈ বুলি। প্ৰত্যেকৰ মূৰত নকৈ বোৱা গামোছা।

মূৰত গামোছা নেমাৰিলে বিহু হবনে? গামোছাই ডেকা লৰাৰ নিদৰ্শন যি ডেকাৰ মূৰত গামোছা নাই সি কেৰেণীযা, বিয়া কৰিবৰ-নৌ। মূৰৰ গামোছাই হে লায়ক হোৱাৰ কথা বুজায়।

ৰঙা আঁচুৰ গামোছাই ডেকা লৰাৰ ৰঙা মনৰ পৰিচায়ক

আৰু গাভৰুবোৰ একা?

সিহঁত সুদা হাতে থাকিবনে? সিহঁতৰ হাতত টকা আৰু গগণা।

জুম জুম কৈ ঠিয় হব, জুমে জুমে গীত গাব, কিন্তু শান্ত, ধীৰ, সমাহীত। কতো আউল নাই।

মাজে মাজে গাত খৰ হব, সুৰো খৰ হব টকা আৰু গগণাৰ মাতো সুৰে সুৰে বৈ থাকিব। আকৌ এজুমৰ গাভৰুৱে সিজুমৰ গাভৰুক জোকাই নাম গাব। সিজুমৰ গাভৰুৱে ইজুম গাভৰুলৈ এফাঁকি বিহু গীত মাৰিব। তাৰ পিছত হাঁহি খিকিন্দালী, ৰগৰ। আনন্দত আত্মহাৰা হৈ পৰিব।

লাহে লাহে বিহু গীত ডেকা গাভৰুৰ মাজত আদান প্ৰদান হব। সিফালৰ পৰা সুললিত আৰু মাৰ্জ্জিত ভাষাত বিহুৱা ডেকা এটাই গাভৰু জাকক জোকাই নাম এষাৰ গাব। বাকী ডেকাজাকে সমস্বৰে গাই উঠিব। মনত আনন্দৰ কিৰিলি, মাজে মাজে ডেকালৰাৰ ৰিং।

সিফালৰ পৰা গাভৰু জাকৰ পৰাও ঠিক প্ৰতুত্তোৰ আহিব। আৰু এনে প্ৰতোত্তৰ আহিব, যেই বিহুৱা জাকৰ আমঠু সৰকি যাব। ঠিক সেইদৰে বিহুৱা জাকৰ পৰাও ঠিক তেনে এপালিও যাব। লাহে লাহে এইদৰে ডেকা গাভৰুৰ মাজত গীতৰ কটাকটি আৰম্ভ হব। কোনে কিমান বিহু গীত জানে, কাৰ কিমান বিহু গীতৰ চৰ্চ্চা আছে, ইযাতে ওলাই পৰিব। যেযে মনে মনে থাকিব, সিহঁতেই হাৰিব। যি দলে জিকিব, সিহঁতে হাঁহি খিকিন্দালীত বিহুতলী তল ওপৰ কৰি দিব।

ছোৱালী জাকত ছোৱালীয়েই নাচিব। ডেকাৰ জাকত ডেকা-বোৰেই নাচিব। প্ৰত্যেকৰে নিজা নিজা ছেও, নিজা নিজা গীত, ইদলৰ গীতে সিদলৰ গীতত হেতাওপৰা নকৰে।

মিনাৰাম বিহুতলীলৈ ওলাই আহিছিল।

দূৰে দূৰে নিৰিক্ষণ কৰি দেখিলে, ডেকা লৰাৰ জুম গোট খাইছে। সিফালে গাভৰু জাকৰ দুই এজনীহে গোট খাইছে। ভালকৈ চাই দেখিলে, পখিলী তেতিয়াও অহাই নাই।

মিনাৰামে চেলেউটো সুপি সুপি জাকলৈকে সোমাই গল।

এনেযে বৈ থকাতকৈ মিনাৰামে ঢুলুকীটো হাতত ললে আৰু কেইটামান চাপৰ মাৰিলে, "ধিনদৌ, ধিনদৌ, ধিনদৌ, ধিনিকি, ধিনিকি, ধিনিকি"। এতিয়াহে বিহুতলী যেন লাগিল। মিনাৰামেহে বিহুতলী উদ্বোধন কৰিলে।

লাহে লাহে গাভৰু জাকটোও ভৰি পৰিল। জাকৰ পৰা এজনীয়ে ডেকাজাকলৈ কিবা এটা জুমি জুমি লক্ষ্য কৰি আছিল, দেখিলে মিনাৰাম আছে।

মিনাৰাম তেতিযা ঢুলুকীত এক লিখিয়া মগ্নই। গাভৰু জাকলৈ ধ্যানেই নাই।

পখিলাৰ গীত এষাৰতহে তাৰ যেন মতি ঘূৰিল।

মিনাৰামেই এষাৰ লগালে,—

'এনেনো ভাল লাগে আইতা, আনিম, আনিম লাগে আইতা।"

গোটেই ডেকা জাকে একে সুৰতে গাই উঠে। তেতিযা টকা, গগণাৰ আৰু ঢুলুকীৰ মাত ধীৰ।

মিনাৰামে আকৌ লগাই দিযে, –

"মুখলৈনো কিনো চাবা, মালি মাছৰ গালে আইতা।"

ডেকাজাকে সমস্বৰে গাই উঠাৰ পিছতে সিফালৰ পৰা গাভৰু এজনীয়ে গাই উঠে, সেইযা পখিলী।

"কেনেকুৱাখন কৰে আইতা, নেযাওঁ হলে মই আইতা।"

গীতৰ উজান উঠিলেই। প্ৰথম বিহুতে খদমদম, বাকী বিহু আছেই , তাৰ পিছত এইদৰে যোৰাই যোৰাই নাম গাবলৈ ধৰিলে। বিহু যেন মনৰ ভাব প্ৰকাশৰ বাহন। এইখন বিহু যেন মিনাৰাম আৰু পখিলীৰ মনৰ কথা হবলৈ হে পাতিছে। বাকী বোৰ যেন পাইকৃহে।

বিহুৰ যোৰা নামেৰে বিহু এক লিখিয়া পকি উঠিল।

বহু পৰলৈকে বিহু চলিল।

তেতিয়া পশ্চিমত বেলি মাৰ যাওঁ যাওঁ।

আজিলে বিহু ইমানতেই।

কালিৰ পৰাহে নিশা এডখৰলৈ বিহু চলিব। বিহুতলীৰ দুই কালে মশাল জ্বলি উঠিব। শাৰীয়ে শাৰীয়ে জোৰ জ্বলিব।

এই আকাশৰ তলৰ পৃথিবীত, ওপৰত তৰাবচা আকাশ, তলত মশাল আৰু জোৰৰ পোহৰত এজাক ডেকাগাভৰুৰ মনৰ মিলনৰ উৎসব, সিহঁতৰ মনৰ কোনোবাখিনিত এটা বছৰলৈ সজীৱ হৈ থাকিব। সকলোৱে আপোন পাহৰি ঘৰ-পথাৰ এৰি বিহুত মগ্ন বাউল হৈ থাকিব। আকাশৰ তৰাবোৰে মিট্ মিট্ কৈ হাঁহি থাকিব।

এজনীৰ পিছত এজনীকৈ শাৰী পাতি গাভৰুজাক ঘৰলৈ বুলি দিহাদিহি বিহুতলী এৰিলে। অলপ পিছতেই ডেকাজাকেও ঢোল, খোল হাতত লৈ পিছে পিছে, মাজে মাজে বিং মাৰি, ঘৰলৈ বুলি ওলালে। জাক জাক ডেকাৰ মূৰৰ গামোছাই বাট ঘাট শুৱনি কৰি তুলিছে। আগত জাক জাক গাভৰুৰ চেলেং কাপোৰেৰে আৰু খোপাত কপৌ ফুলে বাট শুৱাই গৈ আছে।

মিনাৰাম সবাৰো শেহত।

বিহুৱা জাক দিহাদিহি ঘৰ সোমালেই। মিনাৰামহে গাঁওখনৰ আগলৈ যাবগৈ লাগিব। সি অকলশৰীয়া হল।

সি মনতে ভাবিলে, কালিলৈ কোনো কথাই নাই, এইদৰে লুং লুঙীয়া বাটেদি ওলাই আঁহি পখিলীয়ে ঘৰত সুমুমাই তাৰ লগতেই তাৰ ঘৰতহে সোমাবগৈ। মিনাৰামে নিজৰ মনৰ ভিতৰতে ভিতৰৰ মানুহটোৱে আনন্দত কিৰিলি পাৰি উঠিল।

অহা কালিৰ পৰা পখিলী তাৰ হৈ যাব, ইয়াত কোনো সন্দেহ নাই।

এই জৰি গছৰ তলৰ পৰা সি পখিলীক বোকোচা কৰিয়েই লৈ যাব। লাজনো কি লাগিব। এন্ধাৰে মুন্ধাৰে গৈ থাকিলে কাৰনো চকুত পৰিব। অৱশ্যে পখিলীৰ লাজ লাগিব। এহ্ লাজ লাগিলেই

ষেনিবা, নিজৰ মাইকীহে। আৰু বোকোচাত এবাৰ হে উঠিব, আৰু জানো কাহানিবা উঠিবলৈ সুযোগ পাব। তাই মুঠো মুঠো কৰিব, কিন্তু মই জানো এৰি দিম। বোকোচাত তুলি লৈ গৈযেই থাকিম। দোলাত উঠি যাবলৈ তাই সেইখন কপাল লৈ অহা নাই। সেই বুলিনো প্ৰথম বিয়াৰ দিনাখন তাইক খোজকঢাই নিব পাৰিনে? বিয়া পাতিবলৈ খৰছ নাই বুলিনো আৰু দা.কোলা কৰি নিবলৈনো আকাল হৈ'ছনে। মিনাৰামৰ গাত হেজাৰ হাতীৰ বল আছে। বিনা পইছাতে মিনাৰামে তুলি লৈ যাব পাৰিব। মিনাৰাম ধনৰ ভিকহু হল বুলি মনৰ ভিকহু নহয় দেই। পলুবাই নিলেও তাইক মই বিয়া কৰাই নিযাৰ নিচিনাকৈ লৈ যাম। অন্তত এদিনৰ বাবে তাই ৰাণী, ৰজাৰ জীযেক। ঘৰত গৈ বোকোচাৰ পৰা নমাই দিলেই মাজু-বৌবে আলৌ-ওথৌ কৰি লৈ যাব, তাৰ পিছত মোৰ ছুটি। সেইযা মাজুবৌৰ কাম, ক'ত কি কৰিব লাগে, ক'ত নি বহুবাব লাগে সেই বোৰ মাইকীমানুহে জানে নহয়। মোৰ কাম মাথো, ৰাইজে জানি থ'ক, পখিলীক মিনাৰামে পলুৱাই লৈ গৈছে। তেহেলৈ পখিলীৰ মন থাকক নেথাকক। তাৰ পিছত ৰাইজে ভৰণীলৈ বিয়াখন পাতি পেলাব।

বিহুতলীত পখিলীৰ ৰহৰহীযা হৈ থকা মনটোকে ভাবি ভাবি মিনাৰাম ঘৰ পালেগৈ।

ঘৰলৈ গলেতো আৰু ৰসইছ নাই। ঘৰত কেবল কাম, কাম, কাম। ককাই ডেউৰ কাম, মাজুবৌৰ কাম, আইতাৰ কাম। আনকি কণমইনাৰো কিতাপ পঢা কাম।

খন্তেকলৈ বহি খাব পৰা যদি জীবনটো হলহেঁতেন। আমোলা মহৰীবোৰে কেনেকৈ দিনত কাম কৰি ৰাতি বহি বহি ঢেঁায়া খোবা খাই থাকে ৰাতি এপৰলৈকে ঘৈনীযেকৰ লগত মেল, গাওঁ গঁএ্গাইযো জুম খাইহি। সিহতঁক ভগবন্তই বেলেগে স্ৰজিলে।

সেই পানীফুকনৰ ঘৰলৈকে নোচোৱা কিয়। তেওঁ মহৰীহে কাম

কৰিছিল। হাকিম হোৱা হলে কথাই নাছিল। তেঁওলৈ বিয়া দিছে জিলাৰ মৌজাৰ ছোৱালী, দীপলীপ হেন চকুচাত মাৰি ধৰা ছোৱালী। বিয়া কৰি আনোতে ইমানখন বাট চাৰিটা দোলাভাৰীয়ে দোলা কৰি আনিছিল। গোটেই বাটটোত পথুলীমুখত মানুহৰ জুম, কাৰ কইনা আহিছে চাবলৈ বুলি।

এৰা, সেইযাহে জীবন। আমাৰ নিচিনা মানুহৰ জীৱন আৰু জীৱন বুলিছানেকি? সদাই নিকাই এমুঠি খালা আৰু পৰি থাকা। তেহেলৈ আৰু জগতখনত যে আৰু কিবাকিবি আছে, সেযা ভাবিবলৈ আমাৰ থলেই নাই।

## চৈধ্য

দোকমোকালীতে সাৰ পাই মিনাৰামৰ মনটো আজি বৰ ফৰকাল ফৰকাল লাগিল। পথুলীমুখৰ এজাৰ জোপা ফুলি জকমকাই আছে, পিৰালীচুকৰ খৰিকাঁজাই জোপা বগী ঢক্ঢকী হৈ ফুলি আছে। মিনাৰামৰ হঠাতে চকু পৰিল। পুখুৰীলৈ যোবাৰ আগতে খৰিকাঁজাই কেইপাহমান চিঙি সুঙিলে, উগ্ৰ মিঠা গোন্ধ। নাকটো ফৰ ফৰাই গল। ফুলখিনি ডখৰি পিৰাখনতে থলে। স্থলপদ্ম জোপা মোক চিণ্ড মোক চিণ্ড কৈ ফুলিছে। ধপলা ধপলা পাহীৰে বৰ এপাহ ফুল। কিন্তু গোন্ধ নাই, দেখিবলৈ হে শুৱনী।

মুধচৰ ফালৰ কঠনা জোপা বৈ বৈ ফুলিছে, ফুলাত বাধা নাই, গৰুৱেও খোবা নাই। ওচৰৰ ঘৰবাৰী সকলো ঠাই, বিশ্ব বসুন্ধৰা মিনাৰামৰ বৰ ভাল লাগিল।

আজি পুৱাটো ইমান বিনন্দীয়া।

দহিকতৰা জনীয়ে শুলচি জোপাতে বহি চিঁ চিয়াই আছে।

আজি মিনাৰামে ম'হলৈ যাব নেলাগে, ককায়েকেহে লৈ যাব। মিনাৰামক বিহু মাৰিবলৈ অৱসৰ দিছে।

পুখুৰীটোত জোবোৰা এটা মাৰি মিনাৰাম ঘৰলৈ আহিল। জলপান খাই উঠাৰ পিছত মিনাৰামৰ বহুত সময় হাঁতত থকা যেন লাগিল। মূৰৰ চুলি কোচালৈ হাত ফুৰালে, কাণ, মুৰ চুলিৰে ঢাক-খাই আছে। গোঁফ কোচা, হেৰেঙা দাটি খিনিও বৰ দীঘল হৈছে, মিনাৰামে ভাবিলে, ৰঙাইৰ তালৈ গৈয়েই চুলিখিনি চতাব লাগিব।

বহাগৰ ৰ'দজাক ভালকৈয়ে ওলাইছে।

মিনাৰাম গৈ যেতিয়া ৰঙাইৰ ঘৰ পালেগৈ, ৰঙায়ে লগে লগে বুজিলে মিনাৰাম এনেযে অহা নাই। তাৰ মূৰলৈ চাই দেখে, চুলি বাঢিবলৈ আৰু ঠাই নাই।

দীঘল বেঞ্চখনতে মিনৰাম বহিল।

ৰঙাইযে কেচি আৰু ফণি এখন লৈ ওলাই আহিল।

"এৰাহে, বিহুৰ আগতে চুলিখিনি চতাব লাগিছিল, কিন্তু কামৰ ওৰেই নপৰে মিনাৰামে কৈয়েই ৰঙাইৰ মৃৰলৈ চালে, তাৰো চুলি বাঢি গৈ মিনাৰামৰ সমান হৈছেগৈ।

"এৰা,সময়নো কাৰ আছেহে," ৰঙাইয়ে কৈযেই মিনাৰামৰ চুলিত কেচি আৰু ফণিৰ কাম আৰম্ভ কৰিলে।

যেতিযা মিনাৰামৰ চুলি চতা প্ৰায শেষ হৈ আহিল, মিনাৰামে মাত লগালে।

"ৰঙাই কাই, গোফ কোচাতো অলপ কেচিখন চলাবাহে।

"গোঁফকোচাও তোমাৰহে, জোতাৰ বুৰুজ কৰিবলৈহে ভাল হৈছে'।

"এৰাহে, কোনোবাই কিনো বোলো হলে এডাল এডাল কৈ বিকিনোহেতেন"।

"ডালে প্ৰতি এপইছাকৈ পোৱা হলেও হেজাৰ পইছা পালাহেঁতেন।

"হেজাৰ ডাল হবনে"?

"চকু মুদি, লেখিবই নেলাগে,—

"তাৰ মানে, ঠিকা দি দিলেই হব, নহয় ৰঙাই কাই।"

মিনাৰামে কৈ হাহিলে।

"আৰু তোমাৰ চুলিবোৰ যেনেকুৱা ঠৰঙা ঠৰঙা, গোঁফকোচাও তেনেকুৱাই ঠৰঙা ঠৰঙা, কঁাড ওলোবাঁদি ওলাইছে"। ৰঙাইয়ে কৈ গোঁফ কোচাত লাহে লাহে কেচি চলালে।

'আৰু দাঢ়িখিনি ইমান হেৰেঙা কিয়হে ?

"জানো বালক'।

"তোমাৰ ঠুটৰীত সাৰ নাই হবলা

"সাৰনো ক'ত গোটাবাহে, নগৰৰ লৰানে কিবা, পাউদাৰ অলপ পৰিবলৈ।" ৰঙাইয়ে ঢেক ঢেক কৈ হাঁহিলে।

ৰঙাই আৰু মিনাৰামৰ কথাবোৰ ৰঙাইৰ ঘৰৰ মানুহবোৰে শুনা নাই। মূল ঘৰটো অলপ দূৰত। এইটো সিহতৰ মিস্ত্ৰী ঘৰহে। অৰ্থাৎ ৰঙাইয়ে কাঠমিস্ত্ৰী কাম কৰে।

গোঁফ কোচাৰ চাফাই কাম শেষ হলত এইবাৰ মিনাৰামৰ পাল পৰিল ৰঙাইৰ চুলিত কেচি চলাবলৈ।

এইবেলি ৰঙাই বহিল আৰু মিনাৰামে কেচি চলোবাত লাগিল।

মাজে মাজে টিকনীটো আহি মিনাৰামৰ চকুৰ ওচৰতে পৰে। আকৌ ঘুৰাই মাৰি পঠিয়ায, খন্তেক পিছতে আকৌ মুখত পৰেহি।

"টিকনী ডালো বৰ দীঘল হলহে,' মিনাৰামে এনেযে ক লে।

"এ, আগৰে দীঘল, চুলি কোচা চাতি পেলালত হে ওলাই পৰিল।' ৰঙাইয়ে ক লে চুলি চাতি থাকোতে মিনাৰামেই ক'লে, "আমাৰ দেশ স্বালম্বনৰ দেশ। নহযনে ৰঙাই কাই ?'

"হয তো"

"আমাৰ আহোমে নেজানে কি ? নিজে নিজে চুলি চাতিব জানে, নিজে নিজে সকলো কাম কৰে।'

"লগুৱা লিকচৌৰ কোনো দৰ্কাৰ নাই

"এই লগুৱা লিকচৌ ৰজাৰ ঘৰত হে আৰু এতিয়া তাকে দেখি

মৌজাৰ ঘৰতো ৰাখে। বাকী এই ৰাইজখনৰ ক'ত লগুৱা লিকচৌ আছেহে। ৰাইজ ডাঙৰনে, ৰজা ডাঙৰ। ৰাইজৰ অৱস্থাহে দেশৰ অৱস্থা।"

ৰঙাই মূৰ নদঙাকৈ সমৰ্থন কৰিলে,

"ভাল কথা কৈছো, কেনৈ, তাহানাখন মোগলখনৰ লগত ৰণ লাগোতে সিহঁতে কি কৈছিল, জানা জানো।

"জানো বালক, সিমান খিনি ভেদ নেপাওঁগৈ।"

"সিহঁতে কৈছিল প্ৰত্যেকটো আহোমে কাঁড মাৰিব জানে, হিলৈ ফুটাব পাৰে, নাও বাব পাৰে, ষাঠি মাৰিব জানে। অৰ্থাৎ আহোম সৈন্যক যোগান ধৰিবলৈ অন্য একশ্ৰেণীৰ মানুহ নেলাগে। নিজে নিজেই কৰি লব পাৰে। সেইকাৰণে সিহঁতে ভয় খাই গৈছিল , কাৰণ এটা মাৰিলে অন্যটোৱে সেইটো কাম চলাই লৈ যায়, প্ৰত্যেকেই সকলো কামত নিপুণ।"

এৰা, আমিও দেখোন, নিজে নিজে চুলি কাটিছো , আমাৰ মাজত বেলেগ জাত এটা নাই, মিনাৰামে কৈযেই গৰ্ব্ব অনুভৱ কৰিলে।

ৰঙাইযে আকৌ ক লে, –

"আহোম ৰাজত্ব গল, সেইবুলি আহোমৰ নীতিনিয়ম যোৱা নাই, নল মৰি গজালি ওলায।

"এতিযাও তো আমি জীযাই আছো।" পিছে হয় নে ৰঙাই কাই আকৌ আমাৰ আহোমৰ ৰাজত্ব ঘুৰি আহিবনে? মিনাৰামে কেচিখন ৰখাই তাৰ উত্তৰলৈ বাট চালে।

মিনাৰামে জানে, ৰঙাই কাঠ মিস্ত্ৰী মানুহ। নগৰ চহৰলৈ বস্তুবাহানী আনিবলৈ সপ্তাহে-পষেকে সি গৈ থাকে। আৰু নগৰৰ, দূৰৰ বা বাতৰি পাই থাকে।

"ওৱা, ভাল কথা কৈছা, এতিয়াও আমাৰ কৌঁবৰৰ ঘৰৰ মানুহে মঙ্গল চায, আহোম ৰাজ্য কেতিযা ঘুৰি আহিব।"

মিনাৰামে চকুহাল ডাঙৰকৈ মেলিলে, অৰ্থাৎ তাৰ মনতে, তলে

তলে এইবোৰ খা খবৰ চলি আছে, সিহে কব নোৱাৰে। এই হাবী-খনত সোমাই থাকিলে বাৰু সি এইবোৰ বাতৰি ক'ব পৰা পায়। সি জানে তাৰ ম'হটো আৰু ম'হ চৰা বিলখন।

মিনাৰামৰ মনত কথাটো বৰ দকৈ সোমাল।

"এৰাহে, এইবোৰ কথাৰ ভূভা আমি নেপাওঁ। বাৰীৰ চুকত সোমাই থাকিলে কৰ পৰা জানিম নো বাৰু।"

কৈয়েই মিনাৰামে চুলিত কেচি চলালে। ৰঙাইৰ আকৌ দাঢ়ি নাই। কৰবাত দুই এডাল গহৰি গজা দাঢ়ি ওলালে সি তাৰ লোহাৰ চেপেনা চটাৰে উঘালীহে পেলায। অৰ্থাৎ নোলাব যদি মুলাবিয়েই। এডাল দুডাল গজি দাঢ়িৰ অসম্মান নকৰিবি।

চুলি চতা হলত মিনাৰাম যাবলৈ উঠিল, "বাৰু, ৰঙাইকাই উঠোঁহে।"

"ভাল।" পিছে এইবেলি বিহু মাৰিলানে নাই?' ৰঙাইযে মিনাৰামৰ মুখলৈ চালে।

"তুখুন্দামান দিলো, পিছে বৰ মন যোৱা নাই দেই।'

"তেন্তে বিযাখন হে পাতি পেলাব লাগিছিল।" ৰঙাইযে ক'লে।

"তাকেই ভাবিছো, চাওঁ কি হয।"

মিনাৰামে ঘৰলৈ বুলি খোজ ললে।

তুয়োফালে জাৰ্মানীখনে ঢাকি থোবা চেউনি আলিটোবেদি মিনাৰাম গৈ আছিল, মাজে মাজে চুলিকোচালৈ হাত ফুৰাই ফুৰাই গৈছিল। মূৰটো বহুত পাতল হৈ গল। কম চুলিখিনি আছিলনে মূৰত। খেপিয়াই খেপিয়াই টিকনীটোত হাতখন দিলে। ঘুৰাই আনি মুখৰ ওচৰত থওঁতে নাকৰ ওচৰত পৰিলহি। সি টিকনী ডালত চুচঁনি গাঁঠি এটা দি আকৌ মূৰলৈ মাৰি পঠিয়ালে। সি ভাবিলে, এই টিকনী ডালেই যথা সৰ্ব্বস্ব এইডাল নেথাকিলেতো আহোম নে গৰীয়া যিনিবই নোৱাৰি। টিকনীডাল থাকে বুলিয়েই

দূৰৈৰ পৰা ধৰিব পাৰি এইটো আহোম, নহলে গৰীয়া আৰু আহোমৰ কিতো পাৰ্থক্য আছে।

সৌ বৰ আলীটোৰ দুইপাৰে দুইখন নগৰ চুই যোৱালৈকে গৰীয়াৰ গাঁও। এঘৰ, দুঘৰ নহয় হেজাৰ হেজাৰ গৰায়াই তাত বসবাস কৰি আছে আৰু ভিতৰুৱা এই গাঁওবোৰত হেজাৰ হেজাৰ আহোমে গাঁও পাতি বাস কৰি আছে। কোনো কালে হাই নাই, কাজিযা নাই। আমি দেখাত এই দুবিধ মানুহহে আছে, এটা গৰীযা, আনটো আহোম।

মিনাৰামে আজি বহুত কৃষ্টি-সংস্কৃতিৰ কথা ভাবিলে। ইমানবোৰ কথা তাৰ মগজুত যে সোমাই আছিল, সি ভাবিবই নোৱাৰিলে। সি ভাবি ভাবি গৈ ঘৰ পাওঁতে পাওঁতে পুখুৰীত জোবোৰা এটা মাৰি গা ধুই লোবাৰ কথাকে ভাবিলে। কিন্তু ভাবি পেলাই আকৌ অলপ ৰল। তাৰ দাড়িখিনিত চোচা এটা মাৰিব লাগিছিল। দাড়িখিনি মুচুচিলে তাৰ মুখখন বেয়াহে দেখাব। মূৰটো চিকুণ হল কিন্তু মুখখনত দাড়ি কিডাল জিলিকি থাকিব।

সি ঘৰলৈ গৈ ডবুৱা কটাৰিখন ধৰাবলৈ লাগি গল।

সৰু শিল চটাতে সি ডবুৱা কটাৰিখন ঘঁহি ঘঁহি ধৰাবলৈ লাগিল। কণমইনাই তাৰ কটাৰি ধৰুৱালৈ চাই থাকিল। কটাৰিখন ধৰাই ধৰাই যেতিয়া হাতৰ চেৰা নোমবোৰ চাঁচি নিব পৰা হল, তেতিয়া সি দাড়িখিনি চুচাৰ কথা ভাবিলে।

তাৰ বাবে আৰ্চীখন বিছাৰি ভিতৰ সোমাল।

গোটেই ঘৰ চলাথ কৰি সি আৰ্চীখন উলিযালে। আৰ্চীখনো ভাগি চিগি গৈ শেষ অৱস্থাতহে আছিলগৈ। অৰ্থাৎ আৰ্চীখনত, ঠুটৰীটো দেখাই যদি ওঠদুটা নেদেখায, আৰু ওঠ দুটা দেখাই যদি নাকটো নে দেখায়। আকৌ নাকটো দেখায় যদি চকু হাল নেদেখায়। মিনাৰাম বৰ বিপদত পৰিল। তাৰ গোটেই মুখখন আজি বহুদিনৰ মূৰত চাবলৈ ইচ্ছা আছিল। আজি গধুলীয়েই

পখিলীক সি তাৰ ঘৰলৈ আনিব। প্ৰথম অনা ছোৱালীজনীয়ে আহিয়েই যদি তাৰ মুখখন বিকট বিকট দেখে তেন্তে সংসাৰেই অসাৰ। তাইক সি সংসাৰ কৰিব লৈহে আনিব। আৰম্ভণিতে যদি সংসাৰৰ মায়া কমি যায়, তেন্তে কেনেকুৱা হব। অন্তত তাৰ মুখখন আৰ্চীত চাই সি ঠিক কৰিবলৈ বিচাৰিছিল যাতে চেৰত দেখিলে পখিলীয়ে মুখ নোকোচায়।

আৰ্চীখন দুই আঁঠুৰ মাজতে চেপি ধৰি সি ডবুৱা কটাৰিখনিৰে দাঢ়িখিনি চুচিবলৈ ললে। প্ৰথমে কাণৰ চেৰৰেপৰা চেৰা নোমখিনি চুচি লৈ গল। তাৰ পিছত দাঢ়িখিনিত চুচা এটা মাৰিলে। দাঢ়ি শেষেই হল। গোঁফ কোচাৰ কাষে কাষে ডবুৱা কটাৰিখন চলাবলৈ ধৰিলে। এইবাৰ যেন তাৰ গোটেই মুখখন ওলাই পৰিল। চুলি কাটিলত তাৰ মূৰটো ওলাই পৰিছিল, এতিয়া দাঢ়িখিনি চুচি পেলালত মুখখন ওলাই পৰিল। তাৰ বৰ মুকলি মুকলি লাগি গল। মুখখনত গালে-ঠুটৰীত সি হাতখন ফুৰাবলৈ ধৰিলে। তাৰ পিছত আকৌ আৰ্চীত মুখখন চাই কৰবাত দাঢ়িৰ গুৰিবোৰ ভালকৈ নাই কটা বুলি এবাৰ মুখখন ভেঙুচাই, এবাৰ বিকট কৰি, এবাৰ কোবাৰীটো কেকা কৰি ঠুটৰীটোৰ ওলাই থকা দাঢ়িৰ গুৰিবোৰ ভালকৈ চুচি পেলালে। তাৰ পিছত ডবুৱা কটাৰিখন থৈ সি তাৰ মুখখন চোৱাত লাগিল। মুখখন সম্পূৰ্ণ নেদেখি, এটা চুকহে দেখি সি সিমানেই ঘুৰাই পকাই মুখখন চাবৰ চেষ্টা কৰিছে, সিমানেই মুখখনৰ এটা চুকহে চাব পাৰিছে। অবশেষত খঙতে, অভিমানতে উপায় নেপাই ঘুৰাই ঘুৰাই মুখখনৰ প্ৰত্যেক অংশটোকে চাবলৈ ধৰিলে। তাৰ পিছত গালখানত আঙুলীৰ মূৰটোৰে হেঁচি ধৰি দেখে সেই ঠাইটুকুৰা তেজগোৰা হৈ যায় অৰ্থাৎ হেঁচি থোৱা ঠাই ডোখৰৰ কেউ ফালে তেজে আগুৰি ধৰি থাকে। মিনাৰামে মনতে ভাবে, ইমান ৰঙা সি, ইমান ৰঙা এই আহোমটো। তাৰ দেহাত ইমান তেজ আছে। এই তেজৰ বলতেতো সি বলীয়ান। এই তেজৰ

বলতেতো সি পখিলীক কোচত তুলি বোকোচা কৰি লৈ আহিব। তাৰ মনটো গৰবত ফুলি উঠে। বিয়া কৰাবৰ বয়স নিশ্চয় তাৰ হৈছে, নহলেনো ৰঙাইযে তাক বিয়াৰ যোগাৰ তোগাৰ কৰিছানে নাই বুলি এনেযে সোধেনে? নিশ্চয় সি ডেকা হৈছে, তাৰ এই তেজগোৰা চেহেৰাই সঁকিযাই আছে তাৰ পুৰঠ হোৱা যৌবনৰ কথা।

"কিমাননো দাঢ়ি কিডাল চুচি থাকা, সৰুডেকা? একেবাৰে দৰাহে যেনিবা, ছোবালী আনিবলৈ বৰ হৈহে কৰবালৈ যাব, ইমান চিকণ চাকণ হবলৈ ধৰিছা,' মাজুবৌবেকে ধেমালীৰ সুৰতে ক'লে।

মিনাৰাম গিৰিস কৰে উঠিল। বহি থকাৰ সকাম নাই। সময় গৈছে গৈ। আৰু মনতে ভোৰ ভোৰালে গধুলীকে ছোবালী আনি পতুলীমুখ পোবাই দিলেই গমটি পাবা, দৰানে, বৰনে, কি? নোচোবাই গিলো বুলিহে মনে মনে আছো।

গাধুবলৈ বুলি মিনাৰামে মনিছালৰ বাকলি এসোপালৈ পুখুৰীলৈ যাবলৈ ওলাল। ইযাকে ফেনাই সি মূৰটো খচি খচি ধুব। আজি বহুদিনৰ মূৰত সি মূৰটো ফেনাইহে ধুব। লগতে কটা চুলিৰ গোন্ধটোও যাব।

গাধুই আহি দুপৰীযা ভাত খাই অতাই মানে বেলি বিযলিৰ ফালে ঢাল খালেই।

মিনাৰামে ডখৰি পিৰাখনতে বহি চেলেউটো সুপি আছিল। খৰখেদা কৰি লাভ নাই। ধীৰে সুস্থিৰেহে কাম কৰিব লাগে।

মাজু ককাযেকে ম হ লৈ পাইছেহি।

যিমানেই সময ওচৰ চাপিছে সিমানেই মিনাৰামৰ মনটো উচাৎ বিচাত কৰিছে। আজি তাৰ সেই দিনটো আহিছে, যি দিনটোৱে তাৰ পখিলীক তাৰ ঘৰত আনি সুমুৱাই দিব।

তাৰ বুকুখন হুম হুমাই আছে। মনটোৰ কোনোবাখিনিত ৰম ৰমকৈ পুৰিছে, দহিছে আৰু দেই পুৰি নিছে, দুখত নহয়, বেদনাত নহয, মাত্ৰ পখিলীক হাতত পাই হেৰাই যোবাৰ বেদনাত। কৰবাত

গোলমালখন লাগি গৈ এবাৰ হেৰাই গলেই তুনাই পোৱা কিমান টান হয়, মিনাৰামে ভালকৈ বুজে। কিমান নিয়াৰিকৈ, কতো অকনো আউল নলগাকৈ কাম কেনে কৰি তুলি পেলাব লাগিব। ঘৰ সুমুৱাৰ পিছত চিন্তা নাই। তেহেলৈ যি হয় হৈ থাওক। মিনাৰাম আবেলি পৰলৈ বাট চাইছে। এতিয়া চাগৈ তুই এটি কৈ গৈ গৈ বিহুতলীত গোটখাইছেগৈ।

মিনাৰামে আন এটা চেলেউ সুপি পখিলাক পলুৱাই অনাৰ গোটেই আঁচনীখন চিন্তা কৰিলে। জৰি গছৰ তলৰ পৰা লৈ আহি ওচৰৰ হাবী উৰাইদি সোমাই চুমনিলৈ যাবগৈ তাৰ পিছত সিফালে কুঁহিয়াৰণীৰ মাজেদি আহি এইফালে সিহঁতৰ বাৰীৰ পিছফালেদি ঘৰ সুমুৱাব। আগফালেদি সুমুৱালে অন্য মানুহ ঘৰত থাকিব পাৰে নতুবা পিছেখেদি অহা মানুহে বাটতে পালে টনা আজুৰাখনহে লাগিব। তাৰ পিছত মোৰ পিঠিত ঔ পৰিব আৰু সিফালে ঘৰলৈ গৈ পখিলীৰ পিঠিত মাকৰ কিল পৰিব। গতিকে ঔ আৰু কিল পৰাৰ পৰা বাচিবলৈকে হাবীয়ে হুচুঙে পলুৱাই অনাই ভাল। ঘৰ পাওঁতে পাওঁতে পুৱা হলেও ঔ আৰু কিলৰ পৰা বাচিম। কাৰণ ঔৰ পৰা বাচিবলৈ তযামযা ৰণখন কৰোতে কোন তলকত পখিলীক হাতৰ পৰা লৈ গুচি যাব ধৰাই টান হব। ভাগ্যে, মনাইৰ হাতত নপৰিলেই হয়। নহলে এই টনা আজোৰাত সি ওলাবহি লাগিলে, মানুহখন টনা আজোৰাত থাকোতেই সি মাজতেই সৰকাই নি ঘৰ পোৱাবগৈ। ইফালে পুৱা হলে মোৰ ওপৰত ৰাইজৰ বিচাৰ, টকাভৰণী তাৰোপৰি গোটেই মানুহখনৰ লেই লেই ছেই ছেই। তাৰ সলনি হাবীয়ে হুচুঙে পখিলীক লৈ অনাই ভাল। কাঁইটৰ খোছ তুই এটা খাব হয়তো আৰু পাৰ হব নোৱাৰা জেউৰা আদিত মইয়েই। বোকোচা কৰি লৈ আহিম। বিহুতলীত সিহঁত বিহু মাৰি থাকোতেই পখিলীক লৈ ঘৰ ওলামহি। তাৰ পিছত কেইদিন-মানলৈ নোলাৱেই। ঘৰতে সোমাই থাকিম।

আবেলিলৈ সময়টো ওচৰ নেচাপেই।

মিনাৰামে ক্ষণ গণিছে। তামোল আৰু চেলেউৰ শৰাধ হৈছে।

"কি সৰু ডেকা, আজি তোমাৰ ফালে বিছ কাতি নেকি?" বাজুবোবেকে সুধিলে।

"নহয়, যাওঁবেই"। মিনাৰামে কৈ বিছুতলীলৈ যো-জা কৰিলে।

## পোন্ধৰ

এইবাৰ মিনাৰাম বিছুতলীলৈ ওলাল খুব সন্ত্ৰস্তভাবে। ওৰে বাটটো কাঁহ বনবোৰ চাই যাবলৈ ধৰিলে, যেন কৰবাত শতুৰুহে আছে। গৈ গৈ পখিলীহঁতৰ পত্নলীমুখ পালেগৈ, দেখে ঘৰ সুদা। নিশ্চয় পখিলী বিছুতলীলৈ গল। তাৰ পলম হোৱা নাই। পখিলীয়ে চাগৈ বিছুতলীত খেন চাইছে। মাজে মাজে জোপোহা হাবী বোৰলৈ চকু মাৰিছে।

মিনাৰাম গৈ বিছুতলীলৈ সোমাই যোৱা লু্‌লুঙীয়া বাটটো পালেগৈ। বাটটোত সোমাযেই ৰিণিকি সি ডেকা জুমটোলৈ চালে, কিছুমানহে আহিছে। গাভৰু জুমটোলৈ চাই দেখে, গাভৰু জাক গোট খাইছে। ভালকৈ চাই দেখে, পখিলীও আছে, বিছুতলীত ভৰি দিওঁতেই পখিলীৰ চকুবে চকুবে পৰিল। পখিলীৰ যেন মুখলৈ পানী আহিল।

ডেকা জুমটোলৈ যাওঁ নেযাওঁকৈ ভাবোতেই এটাই মাত লগালেই, "এ মিনাৰাম কাই ইমান পলম কৰনে? তই নহলে আমাৰ বিছ নহয়েই।"

"এৰা পাই, অলপ পলমেই হল।" কৈয়েই মিনাৰাম ঢুলুকী হাতত লব লাগে বুলি আগে আগেই খোছনাৰ পৰা পেঁপাটো উলিয়ালে আৰু জাকৰ মাজলৈ গৈ পেঁপাটো মুখত দিলে,—

"টিহিঁটি টিহিঁটি, টিঁ।"

সবাবোৰে ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে। মিনাৰামেও সিহঁতৰ লগতে ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে। কাৰণ ইয়াৰ মাজতে ছেগ চাই সি ওলাই গৈ সেৌ জোপোহা হাবীখনতে খপিয়া দিবগৈ। জাকলৈ অহাৰ কাৰণ হল, তাক পখিলীয়ে দেখক, যে সি তাইক নিবলৈ আহিছে।

সিফালে গাভৰু জাকৰ মাজতো পূৰ্ণ উদ্যমে বিহু চলিবলৈ ধৰিলে। কোন, কোন ঠাইত আছে, কাৰো উবাদিহে নাই। মিনাৰামেও চল চাই হে আছে। বিহু ভৰ হওঁতে হওতে বেলি পশ্চিমত মাৰ যাওঁ যাওঁ হল। ইতিমধ্যে মিনাৰামে ছেগ চাই জাকৰ পৰা ওলাল আৰু পখিলীক গা দেখুৱাই জোপোহা হাবীখনত সোমালঁ। অন্য কোনেও এই ঘটনা লক্ষ্য কৰিব লগা নহল। ইফালে জোপোহা হাবীত সোমাই মিনাৰামে খেন চাই আছে, কথা দিয়া মতে পখিলী কোন সময়ত ওলাই আহে।

জোপোহা হাবীত গা ঢকা দি মিনাৰাম বহি আছিল।

বিহুতলীৰ পৰা ওপঙি অহা বিহুগীত তাৰ কাণত পৰিল,—

"কেৰু মণি থুৰীয়া,

তুমি আমাৰ যুৰীয়া,—

আৰু বেলি বহাগত বিয়া খনে পাতি যাওঁ।"

মাতষাৰ তাৰ চিনো চিনো লাগিল। এযা দেখোন মনাইৰ মাত। কথা সৰ্ব্বনাশেই।

সিখন গাবঁৰ ডেকা ইযালৈ অহাৰ কোনো কাৰণ নাই। তেন্তে, তেন্তে,—

মনাই তাৰ উদ্দেশ্য সিদ্ধি কৰিবলৈকে আহিল নেকি?

মিনাৰামৰ মূৰটো আচন্দ্ৰায আহিল।

জোপাহা হাবীখনতে বহি বহি তাৰ আগন্তুক বিফলতাৰ কথাই ভাবিবলৈ ধৰিলে। এই মনাইযেই এতিয়া সব পণ্ড কৰি দিব।

পখিলী জাকৰ পৰা ওলালেই সিও পিছে পিছে খেদা দিব। ভাগ্যে মিনাৰামক সি দেখা নাছিল।

তাৰ পিছত গাভৰু জাকৰ পৰা বিহুগীত ৰিণিকি ৰিণিকি শুনা গল,—

"অ আইতা অকণমান'

বাকী খিনি ঢোল, টকা পেপা, গগণাৰ মাতত মিলি গল। মাত্র একাংশহে মিনাৰামৰ কাণত পৰিল।

বেলি পশ্চিমাকাশত সম্পূর্ণ মাৰ গল যেতিযা, মিনাৰাম ঘপহ্ কৰে উঠিল আৰু বেঙা মেশি মেলি বিহুতলীলৈ চাবলৈ ধৰিলে, কোন সময়ত পখিলী ওলাই আহে। ইতিমধ্যে বিহুতলীৰ গাভৰু জাক চকুৰে নমনা হৈছেই। চেলেউ এটা স্থুপি একেথৰে সেই ফাললৈকে চাই থাকিল। বিহুৰ উলহ মালহত মানুহ অহা যোবা কৰিছে যদিওমিনাৰামৰ ফালে কোনেও মন কৰা নাই। মন নকৰিবৰে কথা। ইযাত তো চোৰ ডকাইত নাই, বা দোকান পোহাৰ নাই, যে কোনোবাই ডকাহকা দি নিব। গতিকে হাবীযে হুছুঙে কোন ক ত সোমাই থাকে, দেখিলেও সন্দেহ কৰিবৰ থল নাই।

এইবোৰ ভাবি থাকোতেই কোন তপকত জাকৰ পৰা পখিলী ওলাই আহি মিনাৰামৰ ওচৰ পালে, সি গমেই নেপালে। হঠাতে ওচৰতে কোন বুলি চাওঁতেহে বুজি পালে, সেযা পখিলী। পখিলীযে তাৰ তেনেই কাষলৈ আহি ক'লে,—

"মিনাৰাম কাই, তুমি আগে আগে গৈ থাকা, গৈ জৰী জোপাৰ তলতে ৰবাগৈ। মই পিছে পিছে গৈ ঘৰৰ পতুলীত মানুহ দেখিলে, ঘৰলৈ সোমাই যাম আৰু পিছত ছেগ চাই ওলাই আহিম। নহলে পোনে পোনেই তালৈকে যামগৈ।

যোবা, এযেই খেন। বিহুতলীৰ পৰা এন্ধাৰে মুন্ধাৰে ওলাই আহোতে। মোক কোনেও দেখা নাই। পলম কৰিলে, বিচাৰ খোচাৰ কৰিলে ধৰা পৰি যাম, কাম নিসিজিব। বেগাই যোবা।"

মিনাৰাম আৰু নৱল।

পোনে পোনেই জৰী জোপাৰ তললৈ খোজ ললে।

পিছে পিছে যে পখিলী আহিছে, ঘূৰিও নেচালে, জানোচা, কোনোবাই সন্দেহ কৰে। পখিলী গৈ আছিল এন্ধাৰ মুন্ধাৰে, বাটত জন প্ৰাণী নাই। কাহিলি কাহিলি পোহৰ দূৰৰ আকাশত আছিলেই তেতিয়া।

কিন্তু এয়েই সময়।

কোনোমতে পতুলীটো পাৰ হব পাৰিলেই বুজিব, যে মিনাৰামৰ পতুলী তাইৰ হৈ গলেই।

পখিলী প্ৰায় হাতত সাৰে ভৰিত সাৰে খোজত নগলেও মনটোত কিন্তু ঠিক তেনেকুৱাই কতো সাৰ-সুৰ নকৰাকৈ যাবলৈ থিৰ কৰিলে। ইফালে সিফালে, পিছলৈ ঘুৰি চাই দেখে কতো মানুহ এটা নাই, পখিলীয়ে ভালেই পালে। ভাগ্য প্ৰসন্ন হৈছে।

গৈযেই পতুলীমুখ পাওঁতে পখিলীয়ে খোজ ধীৰ কৰি দিলে। কেৰাহীকৈ চাই দেখে, চোতালত কোনো নাই। ভিতৰৰ পৰা চালেও পতুলীমুখৰ মানুহক চিনিব নোৱাৰি। পখিলা একে চাতে পতুলীটো পাৰ হৈ গল। তাৰ পিছত যিমান পাৰে সিমান বেগাই খোজ দিলে জৰা জোপাৰ তললৈ বুলি। তেতিয়াও তাৰ পৰা জৰী জোপা নেদেখি। এন্ধাৰে মুন্ধাৰে, ভয় সংশয় দুয়োটা মনত লৈ পখিলী গৈ থাকিল।

গৈ গৈ যেতিয়া জৰী জোপাৰ ওচৰ পাওঁ পাওঁ হৈছে, পখিলীয়ে দেখিলে অদূৰত কোনোবা এটা বৈ আছে। মনত ভয় সোমাল, যদি মিনাৰাম নহৈ অন্য কোনোবা এটা হয়, তেতিয়া মহাবিপদ হব। পলাবৰতো উপায় নাই। তাৰ হাততেই পৰিব লাগিব। ফলত কাৰ বস্তু কাৰ ভাগত পৰিব। কিন্তু সেইটো মিনাৰামেই, অন্যকতো পখিলীয়ে বতৰা দিয়া নাই, ইয়াত খপিয়া দি থাকিবলৈ।

কিন্তু বৈ থকাটো মিনাৰামেই।

তথাপি ভয়ে ভয়ে পখিলী মানুহটোৰ কাষ চাপিলগৈ।

পখিলীয়ে মাত লগালে, "মই আকৌ চিনিবঁ নোৱাৰি অন্য কোনোবা বুলিহে ভাবিছিলো।"

মিনাৰামৰ কিন্তু তত্ নাইকীয়া হল।

"পখিলী। বৈ থকাৰ কাম নাই, যোৱাহে কথা"

"এহ। ইমান খৰধৰনে, তোমালৈকে যাওঁ বুলি আহিছোৱেই", পখিলীয়ে আনন্দত জপিযাই উঠিল, ভযভ্ৰান্তি তাইৰ নাইকীয়া হল। আকৌ ক'লে "কোননো আছে, আমাৰ যোৰা ভাঙিবলৈ, কোনেও গমকেই নেপায, মই পলাই আহিম বুলি, কথা টিপতেই থৈছো।"

"এৰা, হলেও ভয আছে, মনাই তাতে ঘুৰি আছে, "মিনাৰামক কৰলৈ সম্পূৰ্ণ হবলৈ নিদি পখিলীয়েই ক'লে,—

এৰা, সি মোৰ কাৰণে হে আমাৰ বিহুতলালৈ আহিছে, নহলে সি কেলৈ আহিব।'

"তুমি ওলাই আহোঁতে সি দেখিছিল নেকি?"

"নাই দেখা, দেখিলেই বা, তালৈ নগলেহে পাৰিছে,—

"এহ কৰবাত জেঙা লগাই বুলিহে কৈছো, মোৰ হাতৰ পৰা সি নিব পাৰে? বাৰু বলা, গৈ থাকো, মানুহ দুনুহ নাই যেতিয়া এই আলাটোবেদিগৈ পথাৰেদি নামি পোনাই দিম ঘৰৰ পিছফালৰ বাৰালৈ। বলা, বলা।"

পখিলীক মিনাৰামে একলিখিযা টানিয়ে লৈ গল।

মিনাৰামৰ অন্তৰত ভয, জানোচা কোনোবাই থপিয়াথপিখন কৰে, বাটত পোবা ধন, হাততে হেৰাব। কিন্তু পখিলীৰ মনত ভয় নাই, ধন তাই নিজেই, নেযাওঁ বুলি ক'লে, ধন নিবৰ কি সাধ্য আছে। তাইৰ মনটো আনন্দত উৎফুল্ল হৈ উঠিছিল। কিন্তু মিনাৰামে ভাবিছিল, ধনে নেযাওঁ বুলিলে জানো মনে মানিব, দাংকোলা কৰি অন্যই লৈ গলে ধনে নিজৰ স্বত্বকে হেৰুৱাব। ধনৰ নিজা মূল্য নাই, যাৰ হাতত পৰে তাৰ গুণতহে ধনৰ মাহাত্ম্য প্ৰকাশ পায়।

ধন হেৰাই পোৱা বস্তু। হাবীত পৰি থাকিলে বান্দৰেও বুটলি নিনিয়ে, মানুহৰ পৰশতহে সি চাকচিক্য হৈ পৰে, তাৰ দাম বাঢ়ি যায়। মনাইযে এই ধন নিব লাগিলে, ঘঁহি মাজি যে সি চিক্‌চিকিয়া নকৰিব, কোনো ভুল নাই। গতিকে এই ছলতে এই ধন নসৰকালে বিফলে গল।

তুযো উশাহ নোলোবাকৈ বেগাই যাবলৈ ধৰিলে পখিলীযে লাহে লাহে যাবলৈ থিৰ কৰিছিল , কিন্তু মিনাৰামৰ তাপত উজুতি খাইযো বেগাই যাব লগা হল। তাই একলিখিয়া ফোপাই ফোপাই গৈছিল। পলাই গলেনো ইমান দৌৰি যাব লগীয়া হযনে ? তেতিযাও পথাৰখন পোবাগৈ নাই দূৰৈৰ পৰা দেখিছে। চেউনীআলীটোৰ বননীৰ ওপৰেদি সিহঁত তুযো গৈ আছিল। মিনাৰামৰ গাত মুঠেই তৎ নাছিল, জানোচা, চেউনীআলীটোত কাৰোবাক লগ পায়। সোধাপোছা কৰিলেই বা কি উত্তৰ দিব। কাৰণ পখিলী যে তাৰ মাইকী, এই কথাতো কোনেও নেজানে মাইকী কৰিবলৈ আজি নিছেহে। বাটৰ ছোবালী এজনী বাটৰ পৰা বুটলি নি বাটতে নিজৰ মাইকী বুলি ক লে কোনে পতিযন যাব। হলেও, সেই কেটেৰা জেঙেৰাখন নেলাগক বুলিহে মিনাৰাম ইমান ধৰ ফৰাইছে। পথাৰখনত পখিলীক নমাই দিব পাৰিলেই, আৰু কেচুকুমটিযেও গম নেপায। যেন এখন দেশ পাৰ হৈ আহিল। মগধ পাৰ হৈ মিথিলা পালেগৈ।

চেউনীআলীটোৰ পৰা পথাৰত নামিব খুজোতেই কিবা এটা লৰি যোৱা দেখিলে, বোধহয শিযাল।

মিনাৰামৰ অনুভব হল, সি আজি বীৰ। তাৰ ভযত শিযালো পলাইছে। সি যেন পৃথ্বিৰাজ, স্বয়ম্বৰৰ মাজৰ পৰা সংযুক্তাক হৰণ কৰি লৈ বীৰদৰ্পে লৰ দিছে। পলুবাই আনিলেও এই এন্ধাৰ খিনিত কোনেজানিছে, তাইক ভালপাইহে আনিছে। সি চুৰ কৰিঅনা নাই।

কিন্তু মনৰ ভিতৰত তাৰ ভয় কমা নাছিল। কোন সময়ত কি হয়, প্ৰতিমূহুৰ্ত্তত সি সজাগ আছিল।

কাৰণ সি এজনা গাভৰু ছোৱালী লৈ আহিছে। মানুহ আনিছে, ছাগলী, গৰু নহয়। লোকৰ ঘৰত মাক বাপেকে তুলি তালি ডাঙৰ দীঘল কৰি এঘৰলৈ উলিয়াই দিবলৈ যতনাই থৈছিল আৰু তাকে সি তুলি লৈ গুচি আহিছে। কম অপৰাধ সি কৰা নাই। নহলে তাৰ পিঠিত ঔ এনেয়ে পৰাৰ কথানে। দেখাক দেখি তুই এটাই এনেই দিব।

নৰাণীৰ মাজে মাজে দুযো গৈ আছিল। মিনাৰামৰ খোজ ক্ষীপ্ৰ আছিল, লগতে পখিলীৰো। মেখেলাৰ খমখমনিত পখিলী বেগাই যোৱাৰ পৰা বিৰত হৈছিল। "মিনাৰাম কাই, ইমান লৰি লৰি যাবলৈ নো কি কামটো আছে, লাহে ধীৰে গলেও ঘৰ পামগৈ। কিমানখন বাটনো ?"

পখিলীৰ তেতিয়া ভাগৰে সীমা চেৰাই গৈছিল। ফোঁপাই-জোপাই মিনাৰামৰ হাতখন টানি ধৰি নৰাণীৰ মাজতে বহি পৰিল। মিনাৰাম বহিল যদিও আকৌ ঠিয় হল আৰু ইফালে সিফালে চাবলৈ ধৰিলে। পখিলী বহি বহি ভাগৰ মাৰিছে। "ইমান তৎ নোহোৱা হব নেলাগে, কোননো আহিব, মিনাৰাম কাই, আমি এইফালে আহিছো বুলি কোনেনো জানিব ?"

"এহ্ পিতাইৰ আহিলে ভালেই, ঘৰলৈকে ঘুৰি যাবাগৈ। তাৰ ঠাইত মনাই ওলাইহি যদি তেতিয়া মোৰ বোকোচা এৰি মনাইৰ বোকোচাত উঠি তাৰ ঘৰহে পাবাগৈ। পখিলীয়ে মনটো ওন্দোলাই পেলালে আৰু মনতে ভাবিলে, "ইমানখন বাট আহি এতিয়া আৰু মনাইলৈকেহে যাবলৈ আছে।"

মিনাৰামে চেলেউটোত হুসোপা মান মাৰিছিলহে, দূৰৈত কিহবাৰ চিঁঞৰ বাখৰ শুনা গল। চিঁঞৰ বাখৰৰ সঠিক কাৰণ বুজিব পৰা নগল। ক্ৰমান্বয়ে চিঞৰ বাখৰ চেউনিআলীটোৱেদি আগবাঢি আহিছে। মিনাৰামে ভাবিলে, আৰু কোনো কথা নাই। বোকোচাত তোলাহে কথা।

একেচিপে মিনাৰামে পখিলীক বোকোচাত তুলি ললে, তাৰ পিছত দোপ্ দোপকৈ দিলে লৰ।

পখিলীয়ে মুঠো নেমেলো কৰবলৈ পোৱাৰ আগতেই মিনাৰামৰ বোকোচা শুবনী কৰিলেই।

পখিলীযেও এইবাৰ যেন উচপ খালে। যিমান সহজ বুলি ভাবিছিল, সিমান নহয়, অন্ততঃ এই মনাইটোৰ পৰা। এই গোলমালখন সিযেই লগাব পায। গোটেই পথাৰখন পখিলী মিনাৰামৰ বোকোচাতে উঠি গল, পখিলীযেও হকাবাধা নকৰিলে।

পথাৰখন পাৰ হৈ যেতিযা বাম মাটিডৰাত উঠিলেগৈ, তেতিযা পখিলী বোকোচাৰ পৰা নামিবৰ চেষ্টা কৰিলে, কিন্তু মিনাৰামৰ বলিষ্ঠ বাহুৰ চেপাৰ পৰা ওলাই পৰা পখিলাৰ বাবে সম্ভব নহল।

পখিলীযে ক লে, "মিনাৰাম কাই, এতিযা নমাই দিয়া, মযে যাব পাৰিম।"

কিন্তু পখিলীৰ কথালৈ মিনাৰামৰ মনকাণ নাই। মিনাৰাম তেতিয়া একলিখিযা লৰি গৈ আছে।

কিন্তু পখিলীৰ আকৌ অনুযোগ আৰম্ভ হল,—

"মিনাৰাম কাই নমাই দিযা।"

মিনাৰামৰ সেইফালে কাণসাৰেই নাই।

গাভৰু ছোৱালী বো'কাচাত লবলৈ পালে কোন ডেকাইনো নমাবলৈ ইচ্ছা কৰিব।

পখিলা সেইদৰেই গৈ থাকিল। তেতিয়াও মিনাৰামহঁতৰ বাৰীৰ ঢাপ পাবলৈ দূৰ আছে। পখিলীযে চিনি পায়। পখিলীয়ে ভাবিলে, অলপ দূৰ বোকোচাত উঠি যাব বাৰু, মিনাৰামে কষ্ট পাইছে বুলিহে তাই নামিব খোজে।

কিন্তু যেতিযা বাম মাটি ডৰা পাৰ হৈ গৈ কুঁহিয়াৰণী পালেগৈ আৰু তাৰ পিছত যেতিযা মাহনিখন পালেগৈ, তেতিয়া পখিলীৰ ধৰ্ফৰণী আৰম্ভ হল। কাৰণ এইখন পাৰ হলেই মিনাৰামহঁতৰ

বাৰাৰ চাৰি চাপ। বাৰীৰ কাকিনী তামোলৰ আগ্‌বোৰ শুইনত জিলিকি আছে। বাতুলীবোৰ সেই ফালেদি উৰি আহিছে। যি ঠাইখিনি পাৰ হৈ গৈ আছে,সেইখিনি জয়াৰ। কিন্তু যিমানেই মিনাৰাম আগবাঢ়ি যাবলৈ ধৰিলে সিমানেই পখিলী কোচৰ পৰা নামিবলৈ চেষ্টা কৰিলে। কিন্তু মিনাৰামে কোনোমতে বোকোচাৰ পৰা ননমায। মিনাৰামৰ বাহুত বিষ উঠি গৈছিল কিন্তু মৰমৰ বোকোচা বব মই নোৱাৰো, এই কথাষাৰ সি মানি লবলৈ টান পাইছিল। পখিলী বোকোচাৰ পৰা নামিবলৈ অস্থিৰ হৈছিল আৰু সেই অস্থিৰতাৰ মাজতে মিনাৰামে কথা আৰম্ভ কৰিলে,—

"ৰাবনে এনেকৈয়ে শূৰ্পনখাক হৰণ কৰি লৈ গৈছিল,—"

"শূৰ্পনখাক নহয, সীতাকহে মিনাৰাম কাই"

মিনাৰামে যেন অলপ লাজ পালে।

যেতিয়া মিনাৰাম নিজৰ বাৰাৰ চাপত ভৰি দিলে, পখিলীৰ যেন নামিবলৈ একলিখিয়া অত্যাচাৰেই আৰম্ভ হৈ গল, "নমাই দিয়া মিনাৰামকাই'

মিনাৰামৰ ভ্ৰুক্ষেপেই নাই।

ফোপাই জোপাই যাওঁতেও তুযো ভাগৰি গৈছিল। চাপ পাৰ হৈ যেতিয়া বাৰীৰ সীমাত সোমাল তেতিয়াহে মিনাৰামৰ গালৈ নিৰাপত্তাৰ চেতনা আহিল। সি অনুভৱ কৰিলে মুখামুখি হৈ থকা পখিলীৰ মুখখন আৰু গোন্ধ এটা যেন তাৰ নাকত লাগিল, সেয়া পখিলীৰ বুকুৰ ঘাম। মিনাৰামৰ মনটো ৰিম জিম কৰি উঠিল। তাৰ ধনক সি ঘৰ পোবালেহি।

কিন্তু পখিলীৰ যেন অত্যাচাৰ চৰিলহে। ঘৰে ঘৰুৱাহাযে এনেকৈ কোলাত উঠি অহা দেখিলে, কি বুলিব বাৰু, নেওচা কেওচা দিবলৈ বহি।

কিন্তু মিনাৰামেবোকোচা লবাবৰ কথামনলৈঅনাই নাই। লাহেকৈ ক'লে "আজি হে বোকোচাত তুলিম আৰুজানো কেতিয়াবা উঠিবা"

"মুঠো নেলাগে, পখিলীয়ে ক'লে, মোক নমাই দিয়া, এইখিনি মই খোজ কাটি যাম।"

কিন্তু মিনাৰামে ন নমায়।

পখিলী একলিখিযা বিপদতে পৰিল। মিনাৰামকাই নমাই দিয়া, অন্ততঃ তোমালোকৰ চোতাল পোৱাৰ আগতে নমাই দিবা, এনেকৈ তোমালোকৰ ঘৰৰ কোনোবাই দেখিলে মই লাজত নাক উলিয়াব নোৱাৰিম" মিনাৰামে তাৰ বলিষ্ঠ বাহুৰে তাৰ বুকুলৈ পখিলীক টানি চপাইহে ললে। যেতিয়া বুকুত হেঁচা পৰিল, কিবা টান বস্তু বুকুত থকা যেন উমান হ'ল।

মিনাৰামে সুধিলে, "এযা কি পখিলী?"

"গাম খাৰু যোৰ আছে, কেৰুমণি, দুগ দুগীও আছে,

"কুঁকালৰ খোছনীত কিনো?"

"সেইযা ৰাহীৰূপ ছুকুৰী দহ টকা"

"বিয়াৰ ভৰণী নেকি"

"জানো'। বাৰু নমাই দিয়া। "এইখিনি খোজ কাটি যাবলৈ দিযা।'

"ৰবাহে, আজিযেই বোকোচাত উঠি লোবা, কিমান যে ভাল লাগিছে বোকোচাত তুলি। গাভৰু ছোৱালী এইবাৰেই বোকোচাত তুলিছো। তোমালোক ছোবালী বিলাক বৰপাতল দেই, দেখাত হে শকত।

"বাৰু, বাৰু, হৈছে, এতিযা পিতাই আৰু মনাইহঁত নাহে নমাই দিযা—"

কিন্তু এতিয়া মিনাৰাম সিমান খৰকৈ যোৱা নাই। বাৰীৰ চৌসীমাত এতিযা আৰু তাক কোনে কি কৰিব পাৰে। সি মহা আনন্দত পখিলীৰ দেহাটো তাৰ বলিষ্ঠ বাহুৰে চেপি চেপি গৈ আছে। পখিলীয়ে বাধা দিয়া নাই। কেৱল তাই লাজতেহে মৰিছে, চোতালৰ এইপাৰে ননমাই যদি চোতালতে নমাইগৈ তেন্তে যদি

কোনোবাই দেখে, কিমান লাজৰ কথা হব, ইমানজনী ছোৱালী কোনটো লাজেৰে ডেকা লৰাটোৰ বোকোচাত উঠি আহিলি বাৰু। আৰু যদি চোতালত ননমাই পোনচাততেই নি চৰা ঘৰ পোৱাগৈ তেন্তে ক'ত মৰিমগৈ বাৰু। ঘৰৰ গোটেইখনে কব, নেওচা কেঁওচা দিবলৈ, ইমানজনী ছোৱালী বোকোচাত উঠি ঘৰ সোমাইছিল মিনাৰামৰ নো কি লাজ। মটা মানুহ। পখিলা মাইকী ছোৱালী, লাজ তাইৰহে।

কিন্তু মিনাৰাম, সেই মিনাৰামেই, পখিলীক আজি বোকোচাত কৰি ঘৰ সুমুৱাব। সি আজি ঘৰৰ লখিমী আনিছে। তাৰ টকা পইছা নাই, হাতী কেৰেযা কৰি বিযা পাতিবলৈ তাৰ ধন নাই, দোলাভাৰীৰে পখিলীক দোলা কৰি আনিবলৈ। তাতে গাঁবৰ দপ্ দপকৈ খাই থকা ঘৰৰ জাকত জিলিকা পখিলীক জানো খুজিলে তাক দিব। ঢোল খোল বজাই তাৰ বিয়া নহল, সেইবুলি সি মনৰ দুখীযানে ? আগছোৱা সঙ্কোচ কৰিয়েই সি পখিলীক খোজ কঢায়েই আনিলে। এতিযা আৰু কি ? এবাৰ বোকোচাত উঠিলে যেতিয়া বোকোচাত তুলিযেই ঘৰ পোৱাবগৈ। অন্তত পখিলীক সি খোজ কঢাই অনা নাই। দোলাভাৰী কৰি আনিব পৰা নাই যদিও তাৰ বোকোচাত দোলা কৰি আনিছে। ন' কইনাৰ সন্মান সি ৰাখিছে।

কিন্তু সবাৰো শেষত তাৰ বৰ আনন্দ লাগিল, ইমান ডাঙৰ তামোলনী বাৰীখন পাৰ হওঁতেও তাৰ সময লাগিল। তেনেই মুখতে মুখ লাগি থকা পখিলীক লাহেকৈ ক'লে,—

"কি জানিছা,—?"

"জানিছা-তানিছা মই নেজানো,—এই খিনিতে নমোৱা মোক"

মিনাৰামে ৰগৰ কৰিয়ে ক'লে,—

"আমাৰ ৰজা বাহুবলী গদাপানী কোঁৱৰৰ বোকোচাতো ডালিমী উঠি ফুৰিছিল।

"অন্তত' মই ৰজাৰ ধৰ্ম্ম ৰক্ষা কৰিছো"।

"থোৱা, ধৰ্ম্মটো'—গদাপানী আছিল বাহুবলী,—এটা ম'হ অকলে খাবপৰা মানুহ, খোজ কাঢ়িলে খোজ দবি যায় মাটিত আৰু তেওঁৰ মানত ডালিমী আছিল এজনী পখিলা। তেওঁৰ কথা আৰু তোমাৰ মোৰ কথা ৰজিতা নাহে।

"তুমিয়েই মোৰ ডালিমী" মিনাৰামে এন্ধাৰতে মিচিক্ কৰি হাঁহিলে।

"মোক তুমি বোকোচাত যে লৈ ফুৰিছা, ভালুকৰ সাঙী যেন লগা নাই?"

"এহ হলেও এনেই বোকোচাত আনিছোনে? কিমান ভাল লাগিছে মই হে জানিছো।"

"বাৰু, বাৰু, হব, মিনাৰাম কাই চোতাল পালোহি, এই খিনিতে নমাই দিয়া।"

মিনাৰাম যেন নিৰ্ব্বিকাৰ। সীতাৰ কোনো ক্ৰন্দনেই ৰাবনৰ কৰ্ণত সুমুমায।

কিন্তু পখিলীৰ আৰু তৎ নোহোৱা হল।

"মিনাৰাম কাই, কাবৌকৈ কৈছো, ভৰি দুখনতে ধৰিছো এই খিনিতে নমাই দিয়া"।

কওঁতে কওঁতে মিনাৰাম চোতাল গৰকি গৈ পিছফালৰ দুবাৰ মুখত ঠিয় হওঁতে দেখে, মাজু বৌৱেক ঠিয় হৈ আছে। মাজু বৌবেকক দেখি পখিলী লাজতে মুচকচ গল যদিও মিনাৰামৰ কিন্তু সাহস হল। আৰু ফোঁপাই জোপাই বৌৱেকক ক লে,

"মাজুবৌ, এই জনী লৈ যোৱা, বহিবলৈ দিয়াগৈ"

পখিলী তেতিয়া মিনাৰামৰ কোলাৰ পৰা নামিছে আৰু মাজু বৌবেকে হাতখনত ধৰি ভিতৰৰ কোথালৈ লৈ গল।

"আইতা, আইতা, মোৰ জা আহিল," মাজু বৌবেকে আখলত থকা শাহুৱেকক ক'লে,

"কোন জা অ', শাহুৱেকে সুধিলে।

"এ, সক বোৱাৰীয়েক আকৌ সক ডেকাই পলুৱাই আনিলে"

"কাৰ জীয়েক ?"

"কাৰ জীযেক হব আৰু ভকলাৰ জীযেক, পখিলী"

মাজু বৌবেকৰ গা যেন আজি সাতখন আঠখন হবলৈ ধৰিলে। চৰা ঘৰৰ পৰা বৰ ঘৰলৈ, বৰ ঘৰৰ পৰা মাৰল ঘৰলৈ আকৌ মাৰল ঘৰৰ পৰা ছোঘৰলৈ আনন্দত অহা যোবাখন হে কৰিবলৈ ধৰিলে। খোৱাৰ বোবাৰ কিবা এটা যা যোগাৰ কৰিব লাগে, ন' ছোৱালী আহিছে।

ন' ছোবালী জনীক নিজৰ কোথালীটোতে বৰ ধৰাখন পাৰি দি বহিবলৈ দিছে।

পখিলী নিমাত, নিস্তব্ধ মনেৰে বহি আছে। এতিযা তাই মিনাৰামৰ হাতত নাই। এতিযা মিনাৰামৰ পৰিযালৰ হাতত হে।

কণমইনা আইডেউ শুইছিল। মাজু ককাযেক আগ ঘৰত কাঠি কামি তুলি আছিল।

## ষোল

মিনাৰামে ন' ছোবালী আনি ঘৰ সুমুৱাইছিলহে মাত্ৰ, জা-জলপান বা ভাতৰ পাতত বহিবলৈকে নেপালে, যোৰাই যোৰাই মানুহ খবৰ লবলৈ আহিলেই। পখিলীক সিযেই বিহুতলীৰ পৰা লৈ আহিলনেকি বুলি। কিন্তু তেতিযালৈকে কথাটো গাপতে আছিল। যিবিলাক মানুহে বতৰা লবলৈ আহিছিল, সিহঁত অলপ মিনাৰাম-হঁতৰ শতুৰু প্ৰকৃতিৰ মানুহ। গতিকে সিহঁতৰ লগত অন্তৰৰ কথা পাতিবলৈ ভাল নেপালে।

মুঠ কথাটো এই বিহুতলীত যে পখিলী নাই, এই কথাটো প্ৰথমতে চকুত পৰিল মনাইৰ দলৰ বদনৰ। মনাইক কোৱাৰ লগে

লগেই মনাই সন্ত্ৰস্ত হল আৰু লগে লগে গেন্ধেলাৰ হতুৱাই বিচাৰ খোচাৰ লগালে। কিন্তু গেন্ধেলাৰ অনুসন্ধানত যেতিয়া পখিলী নপৰিল, বাতৰি যেন বিজুলী সঞ্চাৰে বিযপি গল গাঁৱৰ ইমূৰ সিমূৰ। তাৰ আগতে প্ৰতাপে পখিলীহঁতৰ ঘৰতো খবৰ কৰিলে। তেতিয়া কথা বিষমেই হৈ পৰিল, অন্ততঃ মনাইৰ কাৰণে। পখিলীৰ দেউতাকেও বিচাৰ খোচাৰ লগালে। পখিলীৰ দেউতাকে পোন-চাততে বাতৰি পঠালে গেৰেলালৈ। পখিলী মনাইৰ লগত গৈছে বুলি। বাতৰি লৈ গেৰেলাই লগে লগেই আহিল।

ইপিনে মনাইযে লগৰীয়া লৈ চেউনিআলিটোযেদি মিনাৰামৰ পিছে পিছে খেদাদিলে। অন্তত বাটত পালেও গেন্ধেলাৰ বোকোচাত তুলি দিব। কিন্তু কতো পখিলীৰ শুংসূত্ৰ নেপাই মনাইৰ দল ঘুৰি যেতিয়া পখিলীহঁতৰ পদুলীমুখ পালেহি তেতিযাহে ভকলাৰ গম হল, পখিলী মনাইহঁতৰ ঘৰলৈ যোৱা নাই।

ইতিমধ্যে গেৰেলাও বাতৰিলৈ পালেহি।

"দেউতা ঈশ্বৰ, আমাৰ গাঁৱলৈ যোৱা নাই"

"তেন্তে কলৈ গল ?'

" কোনে নিব আৰু ? সেই ভিকহুটোৱে।'

"ভিকহু ' ?

"অঁ, সেই ভিকহু মিনাৰাম।"

"খালে, খালে, নিজ গুণেই বোকাত পৰিলগৈ।"

"নিজৰ কপাল নিজে খালে", মাকে খেদ কৰিলে।

কথাটো ভালকৈ তং কৰিবলৈ ভকলাই গেৰেলাক মিনাৰামৰ ঘৰলৈ যাবলৈ পাঁচিলে।

ইতিমধ্যে, দুই এজন গাঁওগঞা গোটখাইছিলেই। কোনোবাই দিহা বুধি দিছে, কোনোবাই পৰামৰ্শ দিছে, কোনোবাই খেনৰ কথাত গম খেদি সিখন গাঁৱলৈ গৈছে, খেনোৱে বিহুতলীলৈকে দৌৰিছে, মুঠতে বাতৰি ভকলাৰ পদুলীলৈ আহিছে।

ইতিমধ্যে গেৰেলা গৈ মিনাৰামহঁতৰ ঘৰ ওলালগৈ।

মিনাৰামৰ ককায়েক আগফালেই আছিল।

"এ গোঁহাইদেউ আছানে?"

মিনাৰামৰ ককায়েকে বুজিছিল, পখিলীৰ বতৰা লবলৈকে আহিছে।

গেজেৰা মাৰিযেই ককাযেকে মাত দিলে,—

"নেথাকিনো কি কৰিম"?

"এ গোঁহাইদেউ দেখোন, একেবাৰে টিঙিৰি তুলা, মই আকৌ বতৰা হে লবলৈহে আহিছিলো, মাটিডৰা খাইছো গুণেহে মোকে আহিবলৈ পাঁচিলে। মোক আৰু দায়-জগৰ নধৰিবা।"

গেৰেলাই একলিখিযা কাওঁবাও কৰিযে ক'লে।

"অঁ, আনিছে, আনিছে, আমাৰ ঘৰলৈকে আনিছে, মন খাইছে, গুণেহে আহিছে কিবা বেৰ কাটি চুৰ কৰি আনিছেনে? কিবা বৰবৰুৱাৰ জীযেককহে আনিলেনে? যোবা, কৈ দিবাগৈ। আমি ছোবালী ৰাখিছো।"

"সেই বতৰাটোকেহে লবলৈ আহিছিলো, আকৌনো দা৲ লাঠিখননো লৈছা কেলেই হুঁ"

"ক ে া দা৲ লাঠিখন ললো, কথাবাৰ ক'লেই দা৲লাঠি লোৱা হয় নে?"

"এই তাকেতো বুলিছো, দানমানখননো কিয় কৰিছা? ৰাইজক ভৰণী দি বিযাখন পাতি পেলালেই হৈ গল একা"

"দিম, দিম, ভৰণীকে দিম, তথাপি ছোৱালী নিদিওঁ"

"বাৰু, উঠোহে, গোহাইদেউ" গেৰেলাই যাবলৈ উঠিল।

ভিতৰৰপৰা মিনাৰামৰ মাজুবৌৱেকে মাত লগালে, "আলহীক ৰখোৱা, ৰখোৱা, তামোল এখনকে দিছো। সোধ পোছ নকৰাকৈ আলহী খেদেনে?"

"বাৰু, বেগাই দে, মাজুককায়েকৰ খং কমা নাই।

মিনাৰাম আৰু পখিলী ভিতৰতে নিফু্ঁত মাৰি আছিল।

গেৰেলাই মাতে কথাই গলগৈ।

মিনাৰামৰ মাকে আখলৰ পৰা ওলাই পখিলীক আশীৰ্ব্বাদ 'দিবলৈ আহিছিলহে গেৰেলাৰ মাত দেখি দুবাৰ মুখতে বৈ কথাবোৰ শুনি আছিল। মাকে লাহেকৈ গৈ বোবাৰীয়েকৰ মূৰত হাতখন দি আশীৰ্ব্বাদ কৰিলে,—

'দুখীযাৰ উৰুষা ঘৰলৈ আহিলি অ' আই,লখিমী বুলিযে ভাবিলো তোক, তহঁতৰ সংসাৰ অমযা সুখৰ হওক।

এই বুলি কৈ হাত দুখনৰে পখিলীৰ গাল দুখন চুই আনি নিজৰ হাত দুখনকে চুমা খালে।

জা-জলপান খাবলৈ আৰু নাই, ভাতৰ পাততে বহিব লাগিব।

গেৰেলাই খবৰ খাতি লৈ গল যেতিযা এতিযা আৰু কোনো আমনি নাই। কালিলৈ হওক পৰশীলৈ হওক, ভৰণী সেবা জনালেই হল।

ভাত খাই থাকোতেই মাজুবোবেকে মিনাৰামৰ নতুনকৈ কৰা শিমলু তুলাৰ বিচনাখন আৰু নতুন গাৰু দুটাৰে তাৰ কোথাত পাৰি দিলে।

দূৰৰ গাঁবত ফুত গধুলীতে ৰাতি হয। খাই বৈ উঠিলে বহি মেল মৰাৰ কোনো হেতু নাই। লাহেকৈ বিচনাত বাগৰোহে কথা। এযা চিৰাচৰিত নিযম গাঁও পৰম্পৰাই চলি আহিছে।

আজি অলপ পলম হৈছিল ন' ছোৱালী লৈ অহাৰ খদমদম লগাৰ কাৰণে। তাকো শাম কাটিলেই।

দিহাদিহি বিছনালৈ যাওঁতেই মাজুবোবেকে পখিলীৰ হাতখনত ধৰি নি মিনাৰামৰ কোথাত সুমুৱাই দিলে।

মিনাৰামে কোথাত বহি চেলেই সুপি আছিল।

কোথালীত বহি থাকোতে মিনাৰামে মনৰ ভিতৰতে হো-হৌৱাই হাঁহি আছিল। তাৰ অন্তৰেদি, তাৰ হিযাৰ আমঠুবেদি যেন আনন্দৰ দুকুলচকাৰ দিখৌখন হে বৈ গৈছিল।

কোথাত সোমায়েই পখিলীয়ে মিচিকৃকৈ হাঁহি এটা মাৰিলে মিনাৰামলৈ চাই। তাইৰ চকুত পৰিল, মিনাৰামে চুলি চতাইছে, দাড়িখিনিও চুচিছে, গা পা ধুই ডেকাটি হৈ আছে। মিনাৰামৰ এই চাক্ষচিকুণতা তাইৰ ভাল লাগিল।

কিন্তু মিনাৰাম গহীন। তিৰোতাক ইমান সহজে লাই দিব নেপায়। তাৰ সেই পুৰণি কুসংস্কাৰ মনটো শুদ্ধ হোৱা নাই।

লাহেকৈ শেতেলীত পৰি মিনাৰামে চাইছিল পখিলীলৈ নহয়, ওপৰৰ মাৰলি চতালৈহে তাৰ লাজো লাগিছিল। গহিনো হৈছিল আৰু মনৰ মাজত গুমৰি মৰিছিল কেতিয়াকৈ একেখনি শেতেলীতে শুই দুয়ো মনৰ কথা পাতিব।

পখিলীয়ে বুকুৰ মাজৰ পৰা গামখাৰু যোৰ, কেৰুমণি, যুৰীয়া যোৰ উলিয়ালে। তাৰ পিছত বুকুৰ ভিতৰত সেপিযাই সেপিযাই ছুগছুগী খনো উলিয়াই শেতেলীতে থলে। পেৰা পেটাৰী কালিলৈহে হে ৰিছাৰিব কঁকালৰ খোচনাৰ পৰা ৰাহীৰূপ ৫০ টকা উলিয়ালে।

তাৰ পিছত দুয়ো বিছনাত বাগৰ দিলে।

মিনাৰামৰ চেলেউটো শেষেই হৈছিল।

বন্তিটো টিমিক টামাককৈ জলিছিল , অন্ধৰাটো লাগি পোহৰ বোৰ মাজে মাজে ক্ষীণ হৈ আকৌ ডাঙৰ হৈছিল।

মিনাৰামে মুখখন পখিলীৰ ফালে ঘুৰাই কবলৈ আৰম্ভ কৰিলে

"চোৱা পখিলী, এই ঘৰলৈ তোমাক লখিমীহে আনিলো, সংসাৰৰ গুৰি তুমি ধৰিবা, মই বাহিৰতহে থাকিম। এই ঘৰৰ কাম বনবাৰী যত মোৰ ফালৰ পৰা হবলগা আছে সকলো তোমাকে গতালো। ককাইডেউ, মাজুবৌ, আইতাক মই যেনেকৈ সমীহ কৰি চলো, তুমিও তেনেদৰে চলিবা। তোমাৰ লগত মোৰ সংসাৰ-খন সুখৰ হওক, এই খিনি আশা কৰো। এতিয়া জীয়ৰী কালৰ কথা পাহৰি বিবাহিত জীবনৰ কথাহে ভাবিবা। পখিলীয়ে নিৰলমনে

কথাবোৰ শুনি আছিল। মিনাৰামেও যে ইমান কথা কব জানে, পখিলীয়ে এতিয়াহে জানিলে।

তাৰ পিছত মিনাৰাম পখিলীৰ কাষলৈ চাপি গল।

তাৰ দেহাৰ ভিতৰত শুই থকা দুৰন্ত যৌবনটোৱে সাৰ পাই ৰাছটোৰ দৰে পখিলীৰ দেহাটোক গ্ৰাস কৰিবলৈ ৰত হল।

তাৰ জীবনৰ পৰা আৰু এটা জীবনে পোৱালী মেলিব, তাৰেই উদ্বোধন কৰিছে আজি নিশা মিনাৰামে পখিলীৰ গৰ্ভত, ভ্ৰুণত, সৰ্ব্বদেহত।

সোতৰ

ইদিনাখন নাম ঘৰত বিচাৰ বহিল।

দেশৰ ৰাইজ গোট খাইছে। খেনো আহি পাইছে, খেনো আহি পোৱা নাই।

নহা মানুহো আজি বিচাৰলৈ আহিছে।

দিহিঙ্গীয়া গাৱঁৰ মনাই, গেন্ধেলা, বদনহঁতো আহিছে। সিহঁতে ৰগৰ কৰিবলৈকে আগতে আহিছে। কাৰণ কেইদিনমান পিছত সিহঁতো বিচাৰৰ সন্মুখীন হব লাগিব। সিহঁত নামঘৰৰ বাহিৰত অন্য এটা চুকত বহি মেল মাৰি আছিল গেন্ধেলাই কথাৰ লাচতে ক'লে—

"দেদাইৰ মূৰত চেঁচা পানী পৰিল দেই।

মনাইয়ে কাৰোৰ মুখলৈ নেচাই তলমূৰ কৰিল।

বদনে ক'লে, "আৰু অলপ পলম কৰা হলেই তাই আমাৰ গাঁও পালেহিহেঁতেন।

"এৰা তেতিয়া হলে আজিৰ বিচাৰখন মনাইৰ ওপৰতে হলহেঁতেন" প্ৰতাপে হাঁহি হাঁহি ক'লে।

"যোৰা কাৰ ক'ত থাকে, বিধাতাই নেজানে, "অঙ্গু এটাই ক'লে।

গেণ্ডেলাইয়ে আকৌ ক'লে—,

"আমি যদি গম পালোহেঁতেন, জাকৰ পৰা পখিলী ওলাই গৈছে বুলি, তেতিয়া হলেও কথা একলিখিয়া হলহেঁতেন।

"এই বদনটোবেই য'ত যিখন কৰিলে, তাক চাই থাক বুলি কৈছিলো, সি আকৌ ছোবালী চোবাতহে লাগি থাকিল" মনাইয়ে খঙতে ক'লে।

"এহ্ কোন তলকত তাই ওলাই গল ধৰিবই নোবাৰিলো নহয়, তাতে আকৌ ঘোপমৰা এন্ধাৰ, বদনে নিজৰ গা বচাবৰ কাৰণে ক'লে।

'তথাপি দেদাই, পিচে পিচে খেদা দিওঁতে বাটতে যদি পালোহেঁতেন,—

মিনাৰাম ঢকিযাই মেলি খেদি পঠিয়াই পখিলীক আনিব পাৰিলোহেঁতেন।

গেণ্ডেলাই ক লে ৰাইজ গোটখাইছেনে নাই, চালে আৰু ক'লে,—

"বাৰু, যিহল হল, অহা বহাগলৈ দেখা যাব দেদাই"।

"নাই, ৰব নোৱাৰি, ধৰা মেলা কৰিযেই বিয়াখন পাতিব লাগিব, ঘৰত আৰু বাট নেচায়।'

মনাইৰ মনটো মৰা, বিশেষকৈ তাৰ লগৰীয়া কেইটাৰ ওচৰত সি লাজ পাইছে। কাৰণ পখিলী মিনাৰামলৈহে গল, মনাইনো কি বেয়া আছিল।

চাওঁতে চাওঁতে ৰাইজ গোটখালেই। যতীন বামুনো ইতিমধ্যে পাইছিলহি।

যতীন বামুনেই কথা উলিয়ালে—

"আজি ৰাজহুৱা বিচাৰ আছে, ৰাইজ গোট খাইছেই। পিছে মিনাবাম আহিছনে নাই ?"

"আহিছো দেউতা"।

"পিছে তাই অনা ছোৱালীজনী আনিছনে নাই ?"

"আনিছো দেউতা।"

যতীন বামুনেই আকৌ আৰম্ভ কৰিলে,—

"পিছে ৰাইজে কি কোৱা ? বহি থাকিলেই নহয়, বিচাৰ হব লাগে।"

"ৰাইজৰ মাজৰ পৰা কেবাজনেও একেলগে চিঞৰি উঠিল—,

"ভাল বিচাৰ হব লাগে।"

"উচিত বিচাৰ হব লাগে।

"এনে বিচাৰ হব লাগে, যাতে আগলৈ কোনেও এনে কাম নকৰে"

"এসেকা দিব লাগে।

যতীন বামুনে মাত লগালে,—

"শুনিছনে মিনাৰাম, ৰাইজে কি কৈছে ?'

"শুনিছো দেউতা।"

"পিছে তই ভকলাৰ জীযেকক চুৰ কৰি আনিছ, সমাজৰ নিয়ম ভঙ্গ কৰিছ ?

"হয দেউতা।"

"পিছে বিচাৰ তই মানিবৃলৈ সম্মত হৈছনে নাই ?

"হৈছো দেউতা, ৰাইজে যি আজ্ঞা দিয়ে, তাকে মূৰ পাতি লম।"

"পিছে তই খুজি মাগি নানিলি কিয ?"

"মোলৈনো খুজিলে কোনে ছোবালী দিব দেউতা।"

ৰাইজৰ মাজৰ পৰা অন্য এজনে মাত লগালে,—

"সেই বুলিযেই সি ছোৱালী চুৰ কৰি আনিব নেকি ?"

"এহ্ তালৈ নিদিযে বুলিলেই, সি যাৰে তাৰে ছোৱালী দাঙি আনিব নেকি ? এনে কথা সংসাৰত হব পাৰে নে ? তাৰ ভৰণী ভালকৈ হব লাগিব।"

"মিনাৰামে ৰাইজলৈ চাই ক'লে, মই ছোৱালী চুৰ কৰি অনা নাই, পলুবাইহে আনিছো।"

"সেইটো কেনেকুৱা কথা" বামুনে ক'লে।

"হয, জোৰ কৰি দাঙি অনা নাই, এইখন গামোছা আগেযে' মোক দিছিল।"

ৰাইজ মনে মনে থাকিল। অৰ্থাৎ পখিলী নিজেই পলাযেই আহিছে।

সকলোৱে আচৰিত মানিলে, পখিলীৰ নিচিনা ছোৱালীযেও ছালছিগা দৰিদ্ৰ মিনাৰামলৈ মন খালে। এই ছোৱালীবোৰৰ বুধিজ্ঞান নোহোৱা হল। যতীন বামুনেই আকৌ আৰম্ভ কৰিলে,—

"ৰাইজ শুনিলানে ?'

মিনাৰামৰ ফলিযা ৰাইজে তৎক্ষণাতে মাত দিলে—,

"হয দেউতা শুনিছো, ছোৱালী পলাযেই আহিছে।"

"পিছে এতিযা ভৰণী কৰি ৰাইজে বিযাখন মানি লব লাগে।"

মিনাৰামৰ ফলীযা মানুহ কেইজনেই আকৌ ক লে,—

"হয দেউতা, ভৰণী লৈ বিযা মানি লব লাগে।"

"পিছে ভৰণী কিমান লবা ?'

এজনে ক'লে, "জানো ৰাইজে কি কয ?"

"ভৰণী ভালকৈ হব লাগে, ছালছিগাৰ ইমান সাহস," অন্য এজনে ক'লে।

"ডাঙৰৰ ঘৰতে হাত দিলে" আৰু এজনে মাত লগালে।

মিনাৰামে বুজিছিল, তাৰ নিচিনা দুখীযাৰ বাবে সহায় হাত এখনি পোৱা টান। হলেও সি প্ৰতিশোধ লব নোৱাৰে। অবশ্যে সি ৰাইজৰ চকুত জগৰীযা। ৰাইজ মানি সি চলিবই লাগিব। কিন্তু সি তাৰ বিপক্ষে দুটা মাত মতা মানুহ কেইটাক কোনোদিনে একো কৰিব নোৱাৰে। তাৰ সেই সুদিন আহিবলৈ এই জীবনত সুযোগ নহবই। জগৰীয়াৰ দৰে সি ঠিয় হৈয়েই ৰল। গোটেই ৰাইজখনে

তালৈকেহে চাই আছে। আজিহে সি ৰাইজৰ চকুত পৰিল। ইমান দিনে ৰাইজে তাক ভুলতো মনত নেপেলায়। পখিলীৰ বাবেই তাৰ আজি এই সন্মান। মিনাৰামে এয়া ৰাজসন্মান বুলিযেই ভাবিলে। কাৰণ সি চোৰ নহয়, ডকাইত নহয়, পুলিচৰ হাত কেৰেয়া লগা কাম সি কৰা নাই। ছোবালী চুৰ সবেই কৰে, তাকো সি পলুৱাই হে আনিছে। সি অন্তত অন্যৰ চকুত নপৰিলেও পখিলীৰ চকুত পৰিছে। সেয়ে গোটেই খনৰে খ৲। ইয়াক এই খিনিতে দবাই নথলে আগলৈ আৰু আগবাঢিব। সৰু মানুহৰ ইমান স্পৰ্দ্ধা।

মিনাৰামে কাষতে পখিলীক লৈ ৰাইজৰ আগত ঠিয হৈ থাকিবলৈ বেযা পোবা নাই, লাজো পোবা নাই , বৰং গৰবত বুকু ফুলাই ঠিয় হৈ আছে। সি বাপেকৰ পুতেক। ছোৱালী পলুবাই আনোতে সি মাবো খোবা নাই। গোটেই ৰাইজখনে তালৈ একদৃষ্টিৰে চাই আছিল। অন্তত তাৰ টিকনীডাললৈ সকলোৱে লক্ষ্য কৰিছিল। এবা মিনাৰামটো বৰ চহা। টিকনীডালনো সি হিচাব মতে চুটি কৰি লব নেপাযনে? জোখ মাখ কৰি টিকনী ৰখাটো যে এটা ৰুচিজ্ঞান সেইটো বুজিবলৈ মিনাৰামৰ নিচিনা চহাৰ বহু বছৰ আছে।

"অঁ, অঁ, ৰাইজ নিমাত থাকিলে নহব, সোনকালে বিচাৰ হব লাগে, যতীন বামুনে কৈ উঠিল।

"বিচাৰ আৰু কি, ভৰণী ঠুকুৰি দহ টকা দিয়ক, ৰাইজলৈ সেবা জনাওক, ৰাইজে বিযা মানি লব।'

"শুনিছনে মিনাৰাম?"

"শুনিছো দেউতা"

"ৰাইজে বা কিকয়?" যতীন বামুনে ৰাইজলৈ চালে।

সমূহ ৰাইজে একে সুৰতে চিঞৰি উঠিল, হয়, হয় সিমান ভৰণী দিব লাগিব।"

"অঁ, মিনাৰাম ভৰণী দিবলৈ সন্মত আছনে?"

"দিম দেউতা।"

"ৰাইজ শুনিলানে ?"

"হয় শুনিছো, ৰাইজৰ পৰা এজনে মাত লগালে।

"তেন্তে এতিয়া তহঁত দুয়ো ৰাইজলৈ সেৱা জনাব লাগে দণ্ডবত হৈ।

মিনাৰাম আৰু পখিলী দুয়ো ৰাইজৰ আগলৈ আগবাঢ়ি আহিল আৰু ৰাইজলৈ মুখ কৰি দণ্ডবত হৈ সেৱা জনালে,—

যতীন বামুনে ৰাইজৰ হৈ আশীৰ্ব্বাদ আৰম্ভ কৰিলে,—

"নব বিবাহিত দম্পতিৰ দায-দোষ মৰিষণ কৰি, ভগবানৰ কৃপাত ৰাইজৰ আশীৰ্ব্বাদৰ ফুল চন্দন পৰক, ঘৰত হৰ গৌৰীৰ বসতি হওক, ভড়ালত লখিমী সোমাওক, ন' সংসাৰৰ সূচনা কৰি জীৱন সদা আনন্দময় হওক, ৰাইজে চুলি চিঁঙি আশীৰ্ব্বাদ কৰিছো, কৈযেই, সকলো ৰাইজে একেসুৰে চিঁঞৰি উঠিল,—

"জয় ৰাম বোলয়, জয় হৰি বোলয়।"

মিনাৰাম আৰু পখিলী সেৱাৰ পৰা উঠিল।

ৰাইজ ভগাৰ লগে লগে মিনাৰাম আৰু পখিলীও ঘৰমুৱা হল।

মিনাৰামৰ কান্ধৰ পৰা যেন গধুৰ বোজা এটা নামি গল।

**ওঠৰ**

মিনাৰাম যেনিবা এতিয়া মানুহ হল। অন্তত সি এতিয়া এজনা তিৰোতাৰ গৰাকী। ইমান দিনে ম'হটোবেহে তাৰ কথা শুনিছিল। এতিয়া তাৰ কথা শুনা মানুহ আৰু এটি পালে। এটা দায়িত্বজ্ঞান বোধ তাৰ মনলৈ আহিল। আগেযে যি লাগবান্ধ নোহোৱা দুই এটা কথা পাতিছিল। এতিয়া আৰু সি সেইখন নকৰে। কথাও জুখি মাখিহে কব।

তাৰ মনটো গৰবত ফুলি উঠিছিল, বুকুখন ডাঠ ডাঠ লাগিছিল। তাৰ ঘৰলৈ লখিমী আহিছে।

গাভৰু ছোৱালী ঘৰত থাকিলে ঘৰ জেউতি থকা বুলি কয়। ধুমকলি, এলাগি হলেও মাকে তাইকেই আলোঁওথো কৰি ৰাখে, সজাই পৰাই গাঁও ফুৰাবলৈ আগে আগে লৈ যায়। দহে দেখক, তেওঁলোকৰ ঘৰতো গাভৰু ছোৱালী আছে। ঘৰ জেউতি আছে। এই হেন ঘৰ জেউতিয়ে যেতিয়া খোপাত কপৌফুল গুজি লয়, তেতিয়া হেজাৰ এলাগি জনীয়েও জকমকাই উঠে। সেই কপৌফুল মিনাৰামে ঘৰলৈ লখিমী কৰি আনিছে। কম ভাগ্যৰ কথানে তাৰ বাবে। দহে কৈছেও, বাটত কোবা মেলা কৰাও শুনিছে,—

"মিনাৰামৰ সঁচাকৈয়ে সেইখন কপাল, কম ভাগ্যখন লৈ সি অহা নাই।"

এনেযে গাভৰু ছোবালী ঘৰ জেউতি, আপুৰুগীয়া সম্পদ, আকৌ সেই ঘৰ জেউতিৰে আপুৰুগীয়া সম্পদ কপৌফুল আৰু সেই কপৌফুলেই, মিনাৰামে হাতত পালে। কপৌফুল যাৰ খোপাতে গুজি লয়, সেই খোপাই শুবনী কৰে।

ইমান দিনে মিনাৰামৰ ঘৰৰ চউবেৰত, এজাৰ ফুলিছিল খৰি-কাঁজাই, স্থলপদ্ম ফুলিছিল। আৰু কঠনা জোপা বৈ বৈ ফুলিছিল, এতিয়া শুধ কপৌফুলেই ফুলিলে।

মিনাৰামৰ ভিতৰলৈ অহা যোৱা কৰিবলৈকে লাজ লাগিছিল। ঘনাই ঘনাই তিৰোতাৰ ওচৰলে গৈ থকা বেযা।

তথাপি মাজে মাজে ইখন সিখন বিছাৰি মাজুবোৱেকক হে সুধিছিল। মাজুবোৱেকও ৰগৰ কৰাৰ ছলেৰে কয়, "জানো পখিলীয়েহে জানে।"

মিনাৰাম সেইফালে টেপা মাৰিছিল।

এই কেইদিন মিনাৰাম ঘৰৰ পৰা ওলোবা নাই। লাজত নহয়, কৰ্ত্তব্যৰ দাযতহে। বিবাহ হোৱাৰ পিছত দম্পতি প্ৰথম প্ৰথমলৈ নিলগে নিলগে থকা নিয়ম নহয়। ঘৰৰ কামবনো এই কেইদিন মিনাৰামৰ বাবে আজৰি আছিল।

আৰু পখিলীৰ পিছদিনাখনেই কইনাৰ প্ৰথম কাম শাহুৱেকে দেখুৱালে,—

"সুতা ক'ত আছে, উঘা চেৰেকী ক'ত থাকে, ঢেকীশাল ক'ত, লোটা ঘটি ক'ত, এফালৰ পৰা দেখুৱাই ঘৰখনৰ ভিতৰখন চা-চিনাকী কৰি দিলে। সেয়া সমাজিক নিয়মহে

কেইদিনমান যোবাৰ পিছত ঘৰখন সহজ হৈ পৰিল মিনাৰাম আৰু পখিলীৰ কাৰণে। এতিয়া ওলোৱা সোমোৱা কৰোতে সঙ্কোচ নোহোৱা হল। কিন্তু পুখুৰীলৈ গা ধুবলৈ যাওঁতে মাজুবৌৱেকৰ লগতহে যায। অবশ্যে মাছলৈ জাকৈ লৈ মাজুবৌৱেকৰ লগত যাব নেলাগে। গতিকে পখিলীৰ বিশেষ কাম হল তাঁতশাল। আৰু মাজে মাজে ঢেকা।

"এৰা, ঘৰ উঠিবলৈতো যোৱা নহল, মিনাৰামে ভোৰ ভোৰালে।

"ঘৰ উঠিবলৈ দিন নাই, একেবাৰে আঠমঙ্গলা খাবলৈ যোৱাগৈ" মাজুবৌৱেকে ক'লে।

"কিন্তু সিফালৰ পৰা কোনো বা-বতৰা একো নাহিলেই দেখোন—'

মিনাৰামে কৈ ৰল।

মাজুবৌবেকে ক'লে, "কিয ককাই ডেউৰাৰ আগতে বাতৰি দি পঠাইছে নহয়।"

মিনাৰামৰ যেন মুখলৈ পানী আহিল। যেই হওক, শেহলৈ সেইঁতঘৰেও তাক জোঁবাই মানিলে।

আঠমঙ্গলা খাই আহিলেই সকলো ডেওনা পাৰ হৈ গল।

ইদিনাখন পুবাতে মাকে মিনাৰামক ক'লে।

"হেৰ, মিনাৰাম, তইঁতে আঠমঙ্গলা খাই আহগৈ, শহুৰেৰে বতৰা পঠাইছিল নহয়"।

"ওঁ ওঁ তো, যাব লাগে"।

কথাবাৰ শুনিলেহে মাথো পখিলীয়ে মেখেলা পিন্ধিবলৈ কোথালীটোলৈ সোমালেই।

মিনাৰামে ভিতৰলৈ গৈ পখিলীক ক'লে, "হেৰা, শুনিছানে, গুলাবহে লাগে এতিয়া। মিনাৰামেও চোলাটো আৰু চুৰিযাখন পিন্ধিলে। চুৰিযাখন ইমান চুটি তললৈ টানিছেহে টানিছে, দেঁা নেখায়েই।

"এ, হব আৰু , আলৌ আথৌ কৰা জো বাইনে ?" মিনাৰামে ক'লে।

পখিলীয়ে মাত লগালে, "মূৰত তেলটোঙ্গা অলপ লব নেলাগেনে"।

"এৰা লবতো লাগিছিল," কৈয়েই মিনাৰাম মিঠাতেল এচলু মূৰত ললে। তাৰ পিছত দগধা ফণিখনকে মুৰটো আঁচুৰিবলৈ ললে কিন্তু যিহে ঠৰঙা চুলি, নচহেই। কেই আঁচুৰমান মাৰিয়েই ফণি থলে। "আৰু ঘৈনাযেকলৈ চাই ক'লে, গুলাব লাগে"।

"এ, কিমানখন বাটনো ?" লাহেধীৰে গলেও হব।

"এৰা, বোকোচাত কৰি নিনিও যেতিযা, এখোজ এখোজ কৈ গলেও হব"।

পখিলীয়ে খোপাকৈ চাই ক'লে "লাজো নেলাগে'।

ইতিমধ্যে পখিলীৰ চুলিত ফণিৰ আঁচুৰ পৰিছিলেই। কেৰু-মণি যোৰ পিন্ধিলে, ঢুগঢুগীখন ডিঙিত পিন্ধিলে আৰু শেষত গাম খাৰু যোৰ। নতুন মেখেলা, চেলেং কাপোৰ খনেৰে বগী ঢকঢকী পখিলীজনীক ইমান শুৱাইছিল যে মিনাৰামে এবাৰ ৰ' লাগি চাই ৰল।

"কিটোনো চাই আছা'? গেজেৰা মাৰিয়ে পখিলীয়ে ক'লে।

"তোমাকে চাইছো"।

"কিনো নোচোবা বস্তুটো"।

তাৰ পিছত মাজুবৌৱেকৰ কোথালীলৈ গৈ সেন্দুৰৰ টেমাটোৰ পৰা এটা ফোঁট কপালত লৈ মিনাৰাম থকা কোথালীটোলৈ সোমাই

আহিল। ফোঁটটো দেখি মিনাৰামৰ অন্তৰত জাগল, এয়া তাৰ ঘৈনী।

পখিলীয়ে ঐলোওঁতে মেলোতে পলমহে কৰিছে। ইখন সিখন কৰি কেবল মিনাৰামৰ মুখলৈহে চাইছে। মিনাৰামটো ইমান ধুনীয়ানে? পখিলীতকৈ ধুনীযানে? নহয়। মিনাৰামৰ আটিল দেহা, বলিষ্ঠ হাত, সুঠাম বাহুৰ এই থুলন্তৰ মানুহটোকহে তাইৰ ভাল লাগে। পখিলীতকৈ তেজগোৰা মিনাৰাম। পখিলীৰ কোমল হাতখনেৰে চুই চালেও মিনাৰামৰ তেজবোৰ গোটমাৰি যায়। তাৰ দেহাটো ইমান টান, ইমান আটিল।

এৰা, দেহাৰেহে মানুহ, কানীযা, মুজুৰা, মুনীযা হলে মাই জীযে মতা এৰিহে পলাব। কিন্তু মিনাৰামৰ দেহাত আছে বলিষ্ঠ গদাধৰৰ যৌবন, লৰাৰজাৰ নহয। দুখীযা হলেও মিনাৰামৰ লগত পখিলীব যোৰা ঠিকেই মিলিছে, লগত গলে দহে কব, এযা ৰাজযোৰা।

পখিলী আনন্দত লৰি যুৰে ইটো কোথাৰ পৰা সিটো কোথালৈ, সিটো কোথাৰ পৰা ইটো কোথালৈ। এনেযে, কিবা বিছৰাৰ ছল কৰি। এই কেইটা দিনত তাই আজিহে মিনাৰামক দিনৰ ভাগটোত ইমান সময লগ পাইছে।

তাইৰ গাত গোঁসানী নোৰোৱা হল।

সাজি পাৰি ঐলোওঁতে সিফালে শাহুবেকে মাত দিলেই, হেৰ, সোনকালে নেযাব কেলৈ? "মাৰইঁতে কিমান হেপাঁহৰে বাটলৈ চাইছে"।

"ঐলোইছো, ঐলোইছো আইতা'।

দুয়োৰো সুদা ভৰি। পখিলীৰ গোৰোহাবোৰত তেজে যুটো হৈছে। মিনাৰামৰ।

কলাফুলবোৰ কল গছৰ ভোৰৰ নিচিনাকৈ ওলাই পৰিছে, চুৰিয়াখন চুটি। লৰাধপৰা কৰোতে কৰোতে পখিলীৰ নাকৰ তিল-ফুলত ঘাম বিৰিঙিছে। তথাপি গাত তৰণী নাই।

ঘৰত সকলোকে মাত লগাই মিনাৰাম আৰু পখিলী যাবলৈ ওলাল।

মিনাৰাম আগে আগে আৰু পিছে পিছে পখিলী।

পখিলী মাকৰ ঘৰলৈ গৈছে। মাকৰ ঘৰলৈ জীয়েক গৈছে। কিন্তু সৰ্ব্বসাধাৰণে উলিয়াই দিয়া জীযেকৰ দৰে পখিলী মাকৰ ঘৰলৈ যাবলৈ সেই মন লৈ যাব পৰা নাই। পখিলীৰ মনটো অলপ জামৰি আহিল। কাৰণ মাক বাপেকে এই বিয়াত সন্মতি দিয়া নাই। এই আঠমঙ্গলা যে বৰ আনন্দৰ নহব, পখিলীযে ভালকৈ বুজিছিল , হলেও মাকৰ ঘৰ, মাকবাপেকে তাইৰ এইৰ দায মৰিষণ কৰিব। কোন মাক বাপেকে নো নিজৰ লৰাছোৱালীক এৰি থাকিব পাৰে। মাত্ৰ এইটোৱেই দুখ যে হেপাঁহৰ জোঁবাই সিহঁতে নেপালে। অন্তত সমান ঘৰৰ জোঁবাই পাব বুলি আশা কৰিছিল। কিন্তু মাক বাপেকৰ সকলো আশাৰ মূৰত পখিলীযেই চেচাঁপানী ঢালিলে। অথচ পখিলীযেই মাকৰ ঘৰলৈ বৰ হেপাঁহেৰেই গৈছে। হেজাৰো হওক, মাকে চাগৈ বাট লৈহে চাইছে, তাইৰ মুখখন চাবলৈ।

চেউনি আলীটোৱেদি মিনাৰাম গুজু, গুজু, কৈ গৈ আছিল। শহুৰৰ ঘৰলৈ গৈছে। ঘূৰি চাবৰ সময নাই। আৰু পিছে পিছে পখিলী। অলপ গৈযেই দেখিলে, পথাৰখন। সেই পথাৰখনতেই তাই সিদিনা ৰাতি খন্তেক জিৰাইছিল। তাৰ পৰাই মিনাৰামে তাইক বোকোচা কৰি লৈ গৈছিল, নেৎচা-কেওচা দিবলৈ বহি। তাই নো বাৰু এই ডেকা মানুহটোৰ বোকোচাত উঠিব লাগেনে। দেশত নোহোবা সুপজা কথা।

দুয়ো গৈ গৈ জৰী জোপাৰ কায পাইছিলগৈ।

মিনাৰাম তাতে ৰৈ পিছলৈ চালে, পখিলীও আহি পাইছে।

"ইয়াতে ৰলা যে "

"এৰা পুৰণি কথা পাগুলি চাইছো"

"এইথিতে, এইথিতে মই তোমাক লগ পাইছিলো, নহয় নে?"

দুয়ো দুয়োবো মুখলৈ চাই চকু টিপি হাঁহিলে।

তাৰ পিছত অলপ গৈয়েই পখিলীহঁতৰ পদুলীমুখ।

মিনাৰামৰ মনটো ভয় ভয় লাগিছিল, অলপ লাজো লাগিছিল। কিন্তু পখিলীৰ মাকক পদুলীমুখত দেখি মিনাৰামৰ মুখত পানী নোহোবা হল, লাজত। মুখখন হেমেনা-হেমেনি কৰি শাহুৱেকৰ ওচৰত ঠিয় হলগৈ। পখিলীও মাকৰ ওচৰ পাইছিলগৈ। মাকে দুই হাতেৰে পখিলীক সাবটি ধৰি মৰম কৰিলে। আৰু মিনাৰামক "আঁহা বোপাই,' ঘৰলৈকে আহা" বুলি কৈ দুয়োক মাতি লৈ গল।

সৰু ভাযেকটো লৰিআহি বাযেকৰআঙুলীটোতে ধৰি ধৰিঘৰলৈ সোমাই আহিল। বৰ ঘৰত সোমাযেই দেখে, শহুৰেক বহি আছে।

মিনাৰামে মাত লগালে, "ভাল দেউতা"

"হয, ৰাখিছে পৰমেশ্বৰে"

মিনাৰাম আৰু পখিলীযে দেউতাকক দণ্ডবত হৈ সেবা জনালে, তাৰ পিছত মাককো সেৱা জনালে।

ওচৰতে ধৰা খনতে মিনাৰাম বহিল। পখিলী ভিতৰলৈ গলগৈ।

দুই এষাৰ কথা পাতি থাকোঁতে চাহ এবাতি পিঠাৰে সৈতে পখিলীয়ে মিনাৰামক দি থৈ গল।

শহুৰেকে কথা আৰম্ভ কৰিলে। এই কেইদিন শহুৰেকৰ বায়ু চৰিছে। বৰ বেছি বাজ ভিতৰ কৰিব পৰা নাই। বিহু নহলেই। বাম শইচ খিনিও চপাব পৰা নাই। দেহাটো ভাল নেথাকিলে সংসাৰখনৰ কোনো অৰ্থ নাই।

মিনাৰামে মনে মনে শুনিহে আছিল।

দুপৰিয়ালৈ হাঁহ মাৰিছিল, জীযেক জোঁবাযেক আহিব বুলিয়েই এই অভ্যাৰ্থনা। মাংসৰ আঞ্জাৰে টকালি পাৰি খাই মিনাৰাম এক-লিখিযা ঠেক গেৰুবেই হৈ পৰিছিল। সি পাহৰিয়েই গৈছিল, যে সি শহুৰেকৰ ঘৰতহে ভাত খাইছিল। তাৰ পিছত বাটৰ পৰা তামোল এখন মুখত ভৰাই চেলেউ/ সুপিবলৈ বাহিৰলৈ ওলাই আহিল।

খুলশালীয়েকটোও লগতে ওলাই আহিল।

"ভিনদেউ, তোমাৰ লগতে মইয়ো যাম দেই"।

"যাবা বাৰু, মোৰ লগতে ওলাবা" মিনাৰাম মৰম কৰি ক'লে

"কিয় বাইডেউ নেযায় নেকি ?'

"যাব আকৌ'।

চাওঁতে চাওঁতে ঘৰৰ সকলোটি থাই বে উঠিল।

দুই এষাৰ কথা পাতি মিনাৰামে, "ওহু, যাবহে লাগে এতিয়া, বুলি সমজুবাকৈ ক লে অৰ্থাৎ সকলোকে উদ্দেশ্য কৰিযেই ক'লে।

তাৰ পিছত শহুৰেকৰ ওচৰলৈ গে মাত লগালে, "দেউতা, আহোঁহে', "আইতা আহোঁহে এতিয়া।

"ভাল বোপাই, শহুৰেকে শাহুবেক দুয়ো একেলগে কৈ উঠিল। পখিলীও মাত লগালে।

ভাযেক লগত যাযেই। মাকেহে বুজাই বঢাই থলে।

মাকে পদুলীমুখৰ আগলৈকে জীযেক জোঁবাযেক হালকে আগঢাই থৈ গলহি, জীযেক জোৱোযেক খন্তেক দূৰ নোপোৱালৈকে মাকে বাটলৈ চাই থাকিল।

মিনাৰাম অলপ বাট আহিযেই চেলেউ এটা উলিযালে, চেলেউ-টোত জুই লগাই ভাবিলে, শহুৰ শাহুবেকৰ লেৰেলা মৰম। শহুৰ শাহুৱে মিনাৰামক জেঁাবাই ৰূপে পাই বৰ সন্তুষ্ট হোবা নাই।

মিনাৰাম কিন্তু সেইবোৰৰ ধাৰ নেধাৰে। সি চহা মানুহ, সি সৰু মানুহ। গোটেই গাঁওখনতে সিহে নিছলী মানুহ, মান সন্মান, দান মানৰ লগত সি বৰ ধাৰ নেধাৰে। শহুৰ শাহুবে জেঁাবাই সুবুলিযেই বাৰু, পখিলীক লৈ সিহে সংসাৰ কৰিব। তাৰ সংসাৰখন নিয়াৰিকে চলিলেই হল। অন্যৰ কথা, দহৰ কথা তাৰ ভাবিবৰ অবকাশ নাই। সি কিবা গাঁবৰ মুখীয়াল মানুহনে। সি চহা মানুহ সি সৰু মানুহ। সৰু সৰু কথাই তাৰ কাম।

মিনাৰাম ইমান পৰে অকলে অকলে সেই বোৰকে ভাবি আহি আছিল। বিয়া কৰাৰ পাছতো তাৰ সন্মান নেবাঢিল।

পখিলীয়েই মাত লগালে, "কিনো তলকা মাৰি গৈ আছা" ?

"এ, তোমাৰ মনটো বেয়া লাগি আহিছে বুলিহে, মনে মনে আহি আছো"।

"মোৰ মনটো কিয় বেয়া লাগিব ?'

"মাকৰ ঘৰৰ পৰা জীয়েক আহিলে কান্দো কান্দো হৈ আহে"।

পখিলী মনে মনে থাকিল। আচলতে কথাটো সচাঁ। মিনাৰামলৈ আহি পখিলীয়ে মাক বাপেকক শান্তি দিব পৰা নাই, দুখহে দিলে। ঘৰৰ চেঁচা মাত কথাই সেইটো কথাকেই সঁকিয়ায়। পিছে কি হব, মনে ভাল বোলে যাক, দোলা ঘেঁাৰাও নেলাগে তাক। ধনলৈ চালে সুখৰ মুখ নেদেখি।

আবেলি পৰত আহি মিনাৰাম আৰু পখিলী ঘৰ সোমাল।

কণমইনাৰ লগতে আইডেবেও লৰি লৰি আহি পতুলীমুখৰ পৰাই সি দদায়েক খুৰিয়েকক আগবঢাই নিলে।

## উনৈশ

পুৱা জা জলপান খাই মিনাৰাম এনেয়ে বৰ আলীৰ ফালে ওলাই গল। কেবা মাহো এইফালে সি ওলাই অহা নাই। গৰীয়া গাঁও খনলৈ আহিবলৈ তাৰ কোনো কামো নাই অবশ্যে। গৰীয়াখনহে কেতিযাবা সিহঁতৰ ঘৰলৈ আহে, বন দ্বৰব বিছাৰি, কেতিয়াবা আকৌ, এঁৰা গাখীৰ, দৈ বিছাৰি। আহোমৰ বেজালীত সিহঁতে বৰ বিশ্বাস কৰে।

পতুলীমুখৰ পৰা ওলাই গৈ বাম মাটি ডৰা পাৰ হৈ চেউনি আলিটোত ভৰি দিছিলহে, তাৰ চকুত পৰিল হঠাতে, গছপাতবোৰে

ডাল ভৰি কুঁহিপাত মেলিছে, বসন্ত কেতিযাবাই আহি কেতিয়াবাই গল, ফুলপাত এতিয়াহে মেলিছে। তৰু তৃণ লতা মুকুলিত হৈছে, বৃষ দ্ৰোণীদল ঠন ধৰি গজি উঠিছে, সোণগুটি সোণাৰুৱে সোণালী বৰণৰ ফুলৰ মেলা পাতিছে। দূৰৰ লঠঙা বড় গছ, আহঁত গছ বোৰত কুঁহিপাতেৰে বুৰ খাই গল। এনেযে কযনে,—

"চতে চতে গৈ বহাগ পালেহি
ফুলিলে ভেবেলী লতা"

এতিয়া যে ভেবেলীলতা ফুলাৰ সময। ভেবেলীলতা চেৰাশলীযা মানুহৰ উত্তম দ্বৰব। আহঁত জোপাৰ মাজৰ পৰা সৌটো কুলি, কুউ কুউ সুৰে উদ্বাউল হৈ পৰিছে। আকৌ যেন শুনিলে, দূৰৰ গহন বনৰ পৰা উটি অহা কেতেকীৰ মাত, "মই কেতেকী"। ইমান সুমধুৰ মাত, ঈশ্বৰৰ সৃষ্টি বিনন্দীযা। অথচ এই মিনাৰামে কেতেকী চৰাইটোক কোনো হাবীতে নেদেখিলে। কোন দূৰত বাৰু গহন বন আছে, তাতে লুকাই লুকাই কেতেকী জনীযে কাক কিছাৰে?

মিনাৰামৰ মন-প্ৰাণজুৰি বসন্তময হৈ গল। আহ। এই বসন্ত কাল। চিৰকাল যদি বসুন্ধৰাত থাকি গলহেঁতেন। মানুহবোৰ যদি সদাই চিৰযুবা হৈ থাকিলহেঁতেন।

অনাহুত কল্পনাই মিনাৰামৰ মন প্ৰাণ ঘেৰি ধৰিলে।

"কিহে মিনাৰাম"

মিনাৰামে কোনে মাতিলে, ধৰিব নোবাৰিলে।

"এ বোলো গোঁহাইডেউ, কোনফালে?"

ভালকৈ চাই দেখে তামোলনীখনত কোৰেৰে চবিযাই থকাৰ পৰা গৰীয়া অকনমানে মাত লগাইছে।"

"অ' অকনমান নেকি?"

"অঁ, কোনফালে যোবানো?"

"বৰ আলীৰ ফালে আহিছিলো।"

"পিছে ঘৰৰ ফালে কেনে?"

"ৰহৰহীয়া"

"অঁতো"

"মানে"

"ঘৰ সুমুৱালোহি নহয'

"কাক হে"

"ভকলাৰ জীয়েক পখিলীক'

"দাওঁ মাৰিলি দেই, তই"

অকনমানেই আকৌ ক'লে, "অ' সেই কাৰণেই মন ফৰ ফৰীয়া"

মিনাৰাম গৈযেই থাকিল।

বাটে বাটে যেযেই লগ পাইছে, সিযেই মিনাৰামক ধইন ধইন কৰিছে।

মিন্যাৰামৰ মনটোত চিৰ বসন্তই বিৰাজ কৰিছিল। গোটেই সংসাৰখনেই জানিছে যে মিনাৰামৰ ঘৰলৈ বসন্তই আহি ভুমুকি মাৰিছে।

আনন্দ মনেৰে মিনাৰাম বৰ আলীৰ ফালে গৈযেই থাকিল।

এইফালে আহিলে মিনাৰামৰ লাজেই লাগে।

বৰ আলীটোৰ চাৰি আলীটো এখন চহৰ যেনেই লাগে, দেশৰ মানুহ এনেযে গোট খাই থাকে। যাৰ ঘৰত কাম নাই, সি এখন্তেক আহি ইয়াতে ঠিয হয। বাটৰ মানুহ এইখিনিত চৌ চৌৱাই থাকে।

এই আলিটোবেদি গৈ থাকিলে দুই মূৰত দুখন চহৰ আছে। দুইফালে সাত মাইল। এই বৰ আলীটোৱেই দুইখন চহৰক সংযোগ কৰিছে। মিনাৰাম অবশ্যে সৰু চহৰখনলৈ সৰুতে এবাৰ গৈছিল। ইমূৰত থকা জিলাৰ চহৰখন লৈ সি যোৱা নাই। সৰু চহৰখনত এখন হাইস্কুল সি দেখিছিল। দেশৰ লৰাবোৰে তাতে পঢ়িবলৈ গৈছিল। হাইস্কুলটো টিন ঘৰৰ, বৰ দীঘল। চহৰৰ আলি বাটটো শিলৰ। দোকান পোহাৰ ঢেৰ। নানা জাতিৰ মানুহ তাত থাকে। বসতি ইমান

ঘন আৰু মানুহবোৰৰ ঘৰবোৰ ইমান গাতে লাগি থাকে যে সৰুপানী চুবলৈকে ঠাই নাই। আলিবাটৰ নৰ্দমাবোৰত পানীবোৰ ডোঙা বান্ধি মলিযন হৈ আছে, দুৰ্গন্ধ আহি নাকত লাগে। তাৰ কাষতে কাৰোবাৰ পকীঘৰ। গানৰ কল এটা বাজি আছে। সৰু সৰু লৰাবোৰে সেই গেৰেকনী ভৰা নৰ্দমাটোৰ ওচৰতে খেলি আছে। ঘৰবাৰীবোৰ চাফচিকুণ, চূণেৰে লিপা, কোনোবাৰ ঘৰ তলে ওপৰে পকী কৰা, মানুহবোৰৰ কিছুমান কাপোৰ কানি চাফা, কিছুমানৰ আকৌ কাৰখানাৰ পৰা বলাই অহা মানুহৰ নিচিনা, কাপোৰ বোৰত চবকা চবক কলা দাগ। মানুহ বোৰৰ প্ৰায়েই চেলেউৰ ঠাইত বিড়িযে সোপে। আৰু প্ৰধান কথা তাৰ মানুহবোৰে ইমান গৰমতো গাৰ কাপোৰ কানি খুলি নথয। কিন্তু হেজাৰ হলেও ডেও ইযাত বতাহখিনি হেঁচা মাৰি থোৱা যেন লাগে, উশাহ লোবাটোবেই টান। তথাপি মানুহবোৰ আছে। মানুহনো নেথাকে ক'ত? হাবি হুছুঙ, জঙঘল, গাঁও, চহৰ সবতে থাকে।

ওচৰৰ সাত মাইল দূৰৰ চহৰখনৰ গোটেইখিনি স্মৃতি তাৰ মনলৈ আহিল।

মিনাৰাম গৈযেই আছিল।

বৰ আলাটোৰ মূৰতে এজাক মানুহ বৈ আছিল। এই মানুহ খনে তাক দেখি এতিযা ৰগৰহে কৰিব। সি এই মানুহ খিনিক বৰ ভাল পায এই গাবঁৰ লৰাবোৰে তাক সমনীযা লৰা বুলি ভাবে। চেলেউবো দিয়ে। দুই এষাৰ সমনীয়াৰ দৰে কথাও পাতে। তাৰ ওচৰ চুবুৰীযা গাওঁখনৰ নিচিনা নহয। তাক যে সিইঁতে কৰবাৰ খাবলৈ নোপোৱা নিছলা, সৰু মানুহ বুলিহে ভাবে।

বৰআলীটোত উঠিছিলহে, জাকৰ মাজৰপৰা এটাই মুখ ঘুৰালেই তাৰ ফালে। তেতিয়া মানে মিনাৰামৰ চকু পৰিছিল খেৰা ঘৰৰ সৰু মছজিদটোলৈ।

"পিছে গোহাঁইডেউ, কোন ফালে মন কৰি আহিলা? সোনা-

কনেই মাত লগালে। "এই ফাল লৈকে বুলিয়ে আহিছিলো", মিনাৰাম গৈয়েই তাতে ৰল।

ওচৰতে থকা পুতৌবে ধেমালীৰ ছলতে সুধিলে,

"কথা এষাৰ শুনিছো, হয় নে?"

"এই শুনিছা যদি, শুনিছাই'

অন্য এজনে তাতে ঠিয় হৈ আছিল। তেওঁবে মাত লগালে,

"কাম কাজে কেনে'?

"এ শিপিনী আৰু,"—

পুতৌবে ধেমালীতে ক'লে 'কবই নেলাগে নহয়?'

মিনাৰামে অলপ হেমেনা হেমেনি কৰিবলৈ ধৰিলে।

সোনাকনে ক'লে, ৰহাচোন বহা, ন ছোবালীৰ কথাকে পাতো"।

মিনাৰাম বহিল। লৰাৰ আটাইজাক বহিল।

মিনাৰামে ছোবালীজনী কেনেকৈ আনি ঘৰ সুমুবালেহি, কোনে বাধা দিছিলে, কোনপিনেদি ঘৰলৈ পলুৱাই আনিলে, ৰাইজৰ ভৰণী কিমান দিলে, ইত্যাদী কথাৰ মেল তাতে বহিল।

মিনাৰামে এফালৰ পৰা কৈ গল আৰু লগৰ জাকে ৰসইছ কৰি কাহিনা শুনিলে। ঘৰ সুমুবা কাহিনী শেষ হলত পুতৌবি ক'লে, "পিছে নিশালৈ কি কৰিলা গৈনো?"

গোটেইজাকে ঢেক্ ঢেক্কৈ হাঁহিলে।

ওচৰতে বৈ থকা বাকীজাক মানুহেও ৰগৰনো কি,—ঘুৰি চাই জানিবলৈ বিছাৰিলে, এজনে মাতেই লগালে।

"গোহাঁই ডেউ, কি ৰগৰখন ওলাইছে?'

"এ নকব, বুজিছে, মোৰে বিযাখনৰ কথা ওলাইছে।"

"বিয়াৰ কথানে, পলুৱাই অনা"

"সেই ভাগেই।"

মেল মাৰি থাকাতে বেলি এপৰেই হল হি।

মিনাৰাম ওচৰৰ দোকানলৈ যাবলৈ উঠিল। লৰাজাকো উঠিল।

মিনাৰামে যেতিয়া মানধপাতৰ নোৰাটো লৈ ঘৰৰ ফালে মুখ কৰি চেউনি আলীটোত ভৰি দিলে, তাৰ মনলৈ সৰ্ সৰ্ কৈ পৰা বৰষুণৰ দৰে পখিলীৰ কথা মনত পৰিল। খোজ যেন ঘৰমুৱা হৈ কতো ৰবৰ সময় নাই। কোবাকুবিকৈ খোজ লৈছে। আজি সি অকলশৰীয়া নহয়, উডঙীয়া নহয় , যত তত যেনিতেনি ঘৰ নলগা মানুহৰ দৰে ঘুৰি ফুৰা মানুহ নহয়। তাৰ এতিয়া ঘৈনী আছে, তাৰ মাইকী আছে, নিজৰ কথা নেভাবিলেও , তাৰ মাইকীৰ কথা অলপহলেও সি ভাবিব লাগিব। তাইৰ মাইকীৰ গিৰিহঁত সি। এইখন তাৰ বাৰী , ইয়াতে সি শইচ পেলাব। সেই শইচৰ পৰা পোখা গজিব। তাক বচাবলৈ বেৰিকুৰি থব। এই সকলোবোৰৰ গিৰিহঁত সি। তাৰ বাহিৰে এই পৃথিবীত কোনেও গিৰিহঁত বুলি দাঙ্কোপ মাৰিব নোবাৰে। মনটো যেন তাৰ একোব ওপৰলৈ উঠিল।

মিনাৰামে খোজ ঘনাই পেলাবলৈ ধৰিলে।

তাৰ মনত অনুভব হল, পখিলীয়ে ঘৰৰ বনবাবা কৰি ভাতৰ পাতলৈ তালৈ বাট চাই আছে। সি গৈ নোপোবালৈকে তাই কেতিয়াও ভাত নেখায়। ই সমাজৰ নিয়ম। তাৰোপৰি, তাইনো বাৰু গিৰিযেকে মুখত ভাতৰ গৰাহ নুতুলালৈকে কেনেকৈ খাব। ভোকত মৰিলেও বৈ থাকিব। এইযা তাইৰ মিনাৰামলৈ, তাইৰ গিৰিযেকলৈ থকা নিজস্ব মৰম, সন্মান নহয়। প্ৰাণৰ প্ৰিয়তমে মুখত এ মুঠি নোলোবাকৈ তাই কেনেকৈ ভাত মুখত লব। ঘৰৰ গোটেইখনেই জানি মনে মনে থাকিব, আনকি মিনাৰাম পলমকৈ আহিলেও তাইক 'খা' বুলি কবলৈ কাৰোৰ মনত নপৰে। গিৰিয়েকক বাটলৈ থৈ কোন মাইকীয়েনো মুখত গৰাহ তুলিব। মিনাৰাম সেই বিষয়ে নিশ্চিন্ত। এই সংসাৰত তালৈ কোনেও বাট চাই নেথাকিলেও অন্তত তাৰ পখিলী থাকিব। পখিলী তাৰ মাইকী, তাৰ পখিলী থাকিব। পখিলী তাৰ মাইকী, তাৰ ঘৈনীযেক, ছুকুৰি দহ ঠকা ভৰণী দি পতা ঘৈনীয়েক। সুদা কথা নহয়। ছুকুৰিদহ

টকা সামান্য টকা নহয়। ধন ঘটোতেহে মানুহে গম পায়। তেজক পানী কৰি ধন ঘটোতেহে গাত গমটি পায়।

মিনাৰাম বেগাই গৈছিল। তাৰ মনৰ ভিতৰতে সি বৌ বৌ কৈ হাঁহি উঠিছিল। তাৰ কাৰণে, তাৰ মাইকী, তাৰ ঘৈনীয়েকে পখিলীয়ে ভাতৰ পাত আগতৈ লৈ তালৈ বাট চাই আছে।

দহে তাক নিছলা বুলিলেও, সৰু বুলিলেও, ভিকহু বুলিলেও পখিলীয়ে তাক ৰজা বুলি ভাবে, সি তাইৰ মতা। সিহে তাইৰ ওপৰত গৰ্গৰাই উঠিব পাৰে। তাইৰ বাহিৰে বাকী কাৰোৰ ওপৰত এষাৰ মাত মাতিবলৈ শক্তি নাই, বৰং তাকহে দবিয়াব। সি তলমূৰ কৰি অহাৰ বাহিৰে গত্যন্তৰ নাই। গোটেই গাঁওখনেই তাৰ বিপক্ষে। তাক ডাঙৰ হোৱা দেখিবই নোবাৰে।

মিনাৰাম ঘৰ সোমাইছিল হে। পখিলীয়ে ইটো কোথাৰ পৰা সিটো কোথালৈ দুবাৰ অহা যোৱা কৰিছিল এনেয়ে, মিনাৰামক অহা চাবলৈকে। মিনাৰামৰ চকুত পৰিল।

মিনাৰাম ভাতৰ পাতত বহিল, পখিলীয়ে ইখন সিখন দি থাকিল।

## বিশ

আবেলিলৈ নাওমশিয়া গাঁৱৰ পৰা মিনাৰামৰ বায়েক আহিল, বিহু খোৱা ছলেৰে ন' ছোৱালী চোৱাও হ'ব। ভাগিন লৰা দুটিও আহিছে। ঘৰখন চেনেহ মৰমত উঠপঠপ। ন' ছোৱালীয়ে গৰকা ঘৰ চাবলৈকে ভাল হৈছে। বায়েক চৰা ঘৰতে বহিছিল, পখিলী তেতিয়া নিজৰ কোথাত। মেখেলাখন সলাই নতুন এখন পিন্ধিলে, চেলেং কাপোৰখন মেৰাই লৰালৰিকৈ আকৌ বোৱাৰী গুচি ন' ছোৱালী জনী হৈ পৰিল। মিনাৰামে দুৱাৰ মুখৰ পৰা কেৰাহা

কেৰেহীকৈ চাইছিল। পখিলী উচাৎ মাৰি কোথাটোৰ সি চুকলৈ সোমাই গল। তাৰ পিছত সাজি পাৰি, মেখেলাখনৰ খোছ কেইটা নিৰ্দিষ্ট ঠাইত হৈছেনে নাই, চেলেং কাপোৰখন কৰবাত সোতোৰা পৰিছে নেকি, ভালকৈ চাইচিতি বটাটোতে তামোল যোৰালৈ চৰা ঘৰলৈ আহিল আৰু বাইশাহুবেকক মাত লগালে,—

"ভাল বাইডেউ'

"অঁ, ভাল"

কৈয়েই পখিলীৰ চকু, মুখ, নাক, কাপোৰ কানিলৈ মিচিক মিচিক্কৈ হাঁহি চাবলৈ ধৰিলে। পখিলী নিৰ্জ্জীব পুতলাৰ দৰে ৰৈ থাকিল। তাৰ পিছত বাযেক বহাৰ পৰা উঠি পখিলীৰ ওচৰলৈ আহিল আৰু বুকুৰ, গাৰ কোন খিনিত কাপোৰ খিনি ঠিক কৈ পৰা নাই, চাইচিতি ঠিক কৰি দিলে। তাৰ পিছত মুখলৈ চাই বৈ থাকিল, মৰমতে। ইমান ধুনীয়া ছোৱালীজনীয়ে তাইৰ দুখীয়া জায়েক টোলৈ মন খালে। বাযেকে ন ছোৱালীৰ চুলিখিনিকে হাতখন ফুৰাই চুলি কিডাল পোনাই দিলে। বাযেকৰ এনেহে হল যেন পখিলীক সাবট মাৰিহে ধৰিব। তাৰ পাছত ডিঙিত দুগতুগী জোৰ দেখি, হাতৰ গামখাৰু দেখি, কাণত কেৰুমণি দেখি যেন চিঞৰি উঠি কব খুজিছিল, আযৈ দেহি, ভাযেকৰ ঘৰলৈ ধনহে আহিলে, সাক্ষাৎ লখিমী।

কাৰণ বাযেকে জানিছিল, মিনাৰামে গোটেই জীবন খাটিও তাইক এ পদ গহনাও দিব নোবাৰে।

মনৰ আনন্দত বাযেকে তাইক লৈ চৰাঘৰতে বহিল আৰু ন ছোৱালাৰলগত ইটি সিটিকথা পাতিবলৈধৰিলে। মাকলৈপাহৰিলেই, মাজুবৌৱেকলৈ খবৰেই নাই, মাকে আখলৰ পৰা ওলাই "ভাল আই" বুলি মাত লগালতহে গাত গম হল, যে মাকলৈ পাহৰিলেই।

বায়েক ন' ছোৱালীক লৈয়েই ব্যস্ত আছিল। সৰু লৰা দুটায়েও মামিয়েকৰ মুখলৈ চাই ৰৈ আছিল।

এবাৰ পখিলী উঠি যাওঁতে বায়েকে তাইৰ ভৰি দুখনলৈ চালে, খৰমযুৰীয়া নহয়, খৰমযুৰীয়া হব লাগিলে, কথা সাঙেই। ঘৰ নবলে, খোজকাটল বোৰলৈও মন কৰিলে, চুলিকোচালৈও চালে, পিচফালে কঁকালত পৰিছে, একেবাৰে লক্ষ্মী ছোৱালী।

ন' ছোৱালী আহি আকৌ বাইশাহুবেকৰ কাষতে বহিল। বাইশাহুৱেকৰ মৰমৰ এঠা আছে। পখিলী আৰু কাষ চাপি বহিল। পখিলীৰ ঘৰত কোন কোন আছে, কোনে কি কৰে, মাটি কেইডৰা আছে, বাম শইচ আছেনে নাই, ইত্যাদি কথাৰ মহলা মাৰিলে। পখিলীয়েও নিত্যান্ত ঘৰুৱা ছোৱালীৰ দৰেই নিজৰ মাকবাপেকৰ ঘৰৰ আদি অন্ত বিবৰি ক'লে।

কথাৰ লাচতে মাজু বৌৱেকে যতনাই দিয়া লাড়ু, পিঠা আৰু চাহ বায়েকে খাবলৈ ধৰিলে। লাড়ু এডোখৰ ভাঙি ন' ছোৱালীকো খাবলৈ দিলে। পখিলীয়ে লাজতে এচিকত এচিকতকৈ লাড়ু মুখত দিলে। কাৰণ পখিলীয়ে মন কৰিছে, বাইশাহুবেকে তাইৰ প্ৰতিটো অঙ্গি ভঙ্গিলৈ একেৰাহে লক্ষ্য কৰি আছে।

মিনাৰামৰ মাকো আহি জীয়েকৰ ওচৰতে বহিল। পখিলী খন্তেক বহি উঠি ইখন সিখন কৰিবলৈ ললে। শাহুৱেকৰ ওচৰত সমানে বহাটো বোৱাৰীৰ পক্ষে অশোভনীয়। তথাপি বাইশাহুৱেকৰ মৰম এৰাব নোৱাৰি খুন্দনাটো লৈ আহি শাহুৱেকৰ পিছফালে বহি তামোল খুন্দাত লাগিল। চম্পাকলি যেন আঙুলী আৰু নিপোটল হাতখনেৰে পখিলীক বৰ ধুনীয়া দেখি।

মিনাৰামৰ বায়েকে মাকৰ লগত কথা পাতিছে যদিও চকু পখিলীৰ ওপৰতহে। শকতে পাকতে ন' ছোৱালীজনী মিনাৰামৰ লগত ৰাহীযোৰা বেচ মিলিছে। মিনাৰামলৈ জানো বায়েকৰ কম মৰম? একেটা ঘৰতে সকবে পৰা সিহঁত ডাঙৰ দীঘল হৈছে। মিনাৰামক নিজ হাতেৰে খুৱাই বুৱাই ডাঙৰ কৰিছে। হাজাৰ হওক, ভায়েকহঁতে বায়েকহঁতক নিজৰ মাকৰ নিচিনাই ভাবে। আৰু এই

সংসাৰত কোনজনী বায়েক্ আছে, সি ভায়েকৰ সুচিন্তা নকৰে। এৰা, এই জগতখনত সকলোকে সলাই পেলালেও আকৌ জনম দি পালেও, নিজৰ ভায়েক, ককায়েক, বাই-ভনীক পোৱা টান।

মাকে জেঁাবায়েকৰ বাতৰি জীয়েকৰ পৰা ললে। জেঁাবায়েকে আহিবই খুজিছিল, আহু ধান খিনি ৰখিবলৈ মানুহ নাই কাৰণেই মোকেই বা বাতৰি লবলৈ পঠালে। এৰা, আহুধান খিনি ধানেৰে সৈতে চপাব নোবাৰিলে আৰু ছমাহলৈ লঘোন। কিনিকুটি খাব লাগিব। পইছাই জুৰিলেহে। তাতে বযবস্তুৰ যি চৰাদাম বাৰীৰ শাক পাছলি আৰু জাকৈৰ মাছকেইটা আছে গুণেহে তৰিছো। নহলেতো এঘৰ মানুহৰ মৰণেই।

বাযেকে মাকৰ ওচৰত নিজৰ দুখৰ কথা বিবৰিলে।

মাকেও শলাগি শলাগি কথাবোৰ শুনিলে।

সংসাৰখনৰ মানুহ বোৰৰে দুখ। আমাৰ দিনত ইমান আকাল নাছিল। পো-পোবালী হৈ মানুহৰ সংখ্যা বাঢ়িল, কিন্তু পথাৰৰ মাটি নেবাঢ়িল। হাবীৰ খৰি কাঠো নোহোবা হল। এ কলি কালেই আহিল।

মাকে কৈ কৈ নিজকে শলাগিলে। জীযেকৰ দুখৰ কথা শুনি সমবেদনা জনাইছিল , কিন্তু নিৰুপায।

মাক আখললৈ সোমাবৰ হল। বোবাৰীযেকক পাছলিৰ কথা কৈ খুন্দা তামোল এখন মুখত লৈ মাক লাহে লাহে কেকোঁজেকোকৈ বহাৰ পৰা উঠিল। তামোলৰ পিক পেলাবলৈ বাজলৈ গৈ দেখে, মাজু বোৱেক হাঁহ এটা মাৰি চাফা কৰিছে। চৰিযাটোত গৰম পানী এচৰীযা লৈ তাতে হাঁহটো জুবুৰিযাই পাখি গুচাইছে।

মাকে বুজিলে, নিশালৈ মঙহৰ 'দি'হে (আঞ্জা) হব। বুঢ়ীৰ জীভাখন লোভত লিকলিকালৈই কণ মইনা আৰু আই ডেউ মাকৰ ওচৰ চাপি বহি হাঁহটো চাফা কৰালৈ চাই আছে।

মাকৰ ঘৰলৈ জীয়েক আহিছে, বিহুৰ বতৰত, তাতে ন' ছোৱালী

ঘৰ সুমুৱাৰ সময়ত, গতিকে ঘৰে ঘৰোৱাহীয়ে মিলি আজি হাঁহ এটাৰে এসাঁজ খোৱাহে কথা।

তাতে আলহী-ওঠতি সোধাপোছা কৰাৰ, বাব মাজু বোৱেকৰ হাততহে, পখিলীৰ এতিয়া নৌ। শাহুবেকৰ সেই অনা ভাবিবলৈ দিন গলেই। কোন দিনা চকু মুদে তাৰ থিকনা নাই। ঘৰখনত এতিয়া মাজু বোবাৰিযেকৰহে ওপৰ হাত। নহবলৈও, এই ঘৰখনৰ চাৰিচুক মাজু বোবাৰিযেকেহে জানে। ক'ত শাকনি নিৰাবলৈ লাগে, সেইযা মাজু বোবাৰিযেকৰ, হাঁহ ছাগলী আছিলেনে নাই, সেইযা গাত গম মাজু বোবাৰীযেকৰ। খাবলৈ পাছলিৰ, তেল টেঙ্গাৰ যোগাৰ মাজু বোবাৰীযেকৰহে। পখিলী অহাৰ পৰা যেন মাজু বোবাৰিয়েকে এফাল কামৰ পৰা সকাহ পালে। এতিয়া বাহিৰৰ বন খিনি মাজু বোবাৰীয়েকেই কৰে। অৰ্থাৎ চোতাল সৰা, জাকৈলৈ যোৱা, বাৰাখনৰ ভিতৰ বাহিৰ গোটেই খিনি কাম মাজু বোবাৰীযে কৰে।

কাৰণ, এবছৰলৈ ন' ছোবালী বাহিৰলৈ যাবলৈ দিব নোবাৰি। ন' ছোবালী বাহিৰলৈ গলে লোকে কি বুলিব —ন' ছোবালী জনীক ঘৰ সুমুবাযেই জাই বাহিৰলৈ কামত লগালেই। ন' ছোবালী বোৱাৰী হল বুলি, তাইতো এতিযা জীযৰী ছোবালীযেই। লৰাৰ মাক হলেহে অলপ পুৰণি হব।

মিনাৰামৰ মাকে আখলৰ পৰা ইটো সিটো খুজি ভাত ৰন্ধাত লাগিল। আৰু তাৰ পৰাই মাজে মাজে জীয়েকৰ লগত দুষাৰ এষাৰ কথা পাতি থাকিল।

ভাত সোনকালে নহলে জীনাতি, পোনাতি, দুইজাকেই টোপনাত জোলোকী বাব।

ভাত খাই উঠোতে মেলোতে ৰাতি ভালেখিনি হল।

পিচদিনা পুৱাতে জা জলপান খাই বায়েক যাবলৈ ওলাল। মিনাৰামে আলিমূৰলৈকে আগবঢাই দি থৈ গলহি। যাবৰ সময়ত

বায়েকে মিনাৰাম আৰু ন' ছোৱালীক এৰাতিলৈ নিমন্ত্ৰণ কৰিও গল।

বায়েক, ঘৰে ঘৰোৱালীৰে মৰমতে উঠপঠপ হৈ উঠা ঘৰখন যেন বায়েক যোৱাৰ পিছতে পখিলীৰ উকুণ্ডা উকুণ্ডা লাগিল। অকল মিনাৰামৰ মৰমৰে তাইৰ হৃদয় উঠপঠপ নহয়, সেয়া তাইৰ নিজা হৃদয়ৰ উঠপঠপ , সেয়া তাইৰ নিজাকৈ পোৱা মিনাৰামৰ মৰম। কিন্তু তাইবোতো এখন সংসাৰ আছে, আগলৈ এই সংসাৰখনেই বিৰাট আকাৰলৈ পৰিবৰ্ত্তন হব, গতিকে সংসাৰখনৰ অৰ্থাৎ আলহী ওঠতি, গাওঁগঞাৰ আদৰ চেনেহৰ উঠপঠপো পেলাব লগীয়া নহয়। আলহী ওঠতিৰ সোধপোছ ভিতৰৰ পৰা পখিলীযেই কৰিব লাগিব। তাইৰ সংসাৰৰ প্ৰতি মোহ আছে, টান আছে। তাইৰ নিজৰ ঘৰতে দেখি অহা নাই জানো ? লাহে লাহে তাইযো এখন তেনেকুৱা সংসাৰ মেলি লব লাগিব। গাৱঁৰ দহটাৰ দৰে তাইযো এখন সংসাৰ তৰিব লাগিব।

পখিলীযে মিনৰামতকৈ এইবোৰ কথা বেছি বুজে। মটামানুহৰ নো ভিতৰৰ খবৰ কি আছে। বাহিৰৰপৰা পথাৰৰপৰা ধান, খেৰ চপাই দিয়েই বহিল , ভিতৰখনৰ কথা কিবা গম ৰাখেনে ? এইবোৰ তিৰোতা মানুহৰহে কাম।

পখিলী তাঁতৰ শালত বহিল।

খনিযা কাপোৰ লগাইছে।

মাকু এবাৰ দুবাৰ চলাইছে। হঠাতে আজি তাইৰ মনত পৰিল ৰঙীলীৰ কথা। সৌ সিদিনা তাই মিনাৰামক গামোছা নিবলৈ বতৰা দিবলৈ ৰঙিলীক ধৰিছিল। আজি আকৌ তাই মিনাৰামৰ ঘৰতেই !

তাইৰ বুকুখন আনন্দতে চিৰিং কৰি গল।

সিদিনাৰ ৰঙিলীৰ ঘৰৰ কথাখিনি তাইৰ এটি এটিকৈ মনত পৰিল। তাৰ পিছত ৰঙিলীৰ মাকে তাইক যে মাতিছিল, তাঁতখনত বিহুৰ পিছত এদিন লাগি ভাগি দিবলৈ। ৰঙিলীয়ে কৈছিল,

খোৱাৰী হৈ হে তাঁত বাতিবলৈ আহিব। মাকেও কৈছিল, হলে হব সংসাৰৰ কিবা নোহোৱা সুপজা কথানে।

পখিলীয়ে বৈ কথাখিনি ভাবিলে।

কিন্তু এইখন ঘৰত যিহে কাম আজৰি উলিয়াই যে ৰভিলীহঁতৰ ঘৰলৈ তাঁত বাতিবলৈ যাব পাৰিব বহুত দূৰৰ কথা। ৰভিলীহঁতৰ ঘৰলৈ ঘুৰিবলৈ পাক এটা মাৰিবলৈকো আজৰি নোলাব।

পখিলীযে মাকু চলাবলৈ ধৰিলে।

এইখন ঘৰত দেখুৱাব লাগিব, পখিলী তাঁতত কেনেকুৱা শিপিনা। এতিযাতো আৰু মাকু চলাওঁতে বিলৰ ঘাটলৈ চাব নেলাগে। দিনটো বাট চাই থাকিলেও মিছা। সেই খোৱাৰ সময়তহে মিনাৰাম ওলাবহি। বাট চাই থাকিলেও চকুহে বিষাব। সেইটোনো এতিযা কামনে? অহা মানুহ সময়মতে আহিব। এতিয়া আৰু আগৰ নিচিনা হায ঐ, চিঐ কৰিব নেলাগে। আৰু মিনাৰামে ঘৰৰ কাম নকৰিলে জানো হব। সোৰোপা মানুহক পখিলীযে চকুপাৰি দেখিব নোৱাৰে। নিজেও সোৰোপা নহয, আনকো দেখিব নোৱাৰে।

সংসাৰ কামৰহে ঠাই।

খনিয়া কাপোৰখন গধুঁলীমানে ওলাবগৈ। এৰিয়া চাদৰখনহে লগাব লাগিব, কালিলৈ মানে। সূতা লাহী খিনি পকাবলৈ আছেই। উঘাত সূতা তুলিবলৈ সমযখন জানো কেতিযা ওলাব। কামৰ লগতে পখিলীৰ চিন্তাৰ ওৰ নাই।

ছাগলীজনী খেদিবলৈ যাওঁতে সেইপিনে খঁৰিকাজাই কেই পাহমান থোপাতে খুজিলৈ আহিল। উগ্ৰগোন্ধে গোটেই তাঁতশালখন মলমলাই গল।

তাঁত সামৰিবই লাগিব। পাছলিখিনি এতিয়াই মুকুটিলে ভাতলৈ পলম হবগৈ। পাছলি বা কি গোটায়, পখিলায়ে মনত ভাবিছে। মাজুবৌৱেক আহি পোৱাই নাই।

পখিলীয়ে দেখিলে, বৰজনাকে ম'হটো লৈ গোঁহালাত সোমাইছে কণমইনাই গৰুকেইটো খেদি লৈ আহিছে।

এটা দিন এনেকয়েই শেষ হৈ যায়।

## একৈশ

এনেক'য়েই দিনবোৰ গৈ আছিল।

এতিয়া পখিলী আৰু ন' ছোৱালী হৈ থকা নাই। মিনাৰামো পুৰণি হল। [মিনাৰামেই এতিয়া আকৌ ম'হ চৰাবলৈ ললে। কাৰণ, মাজু ককাযেকে বনবাৰীলৈ মন নকৰিলেই নহয়।

বহাগ গলেই, কেইটামানহে দিন আছে। পথাৰত হাল পেলাবৰে সময় হল। মিনাৰামৰ এতিয়া ম হটোলৈহে বেছি মনত পৰিল। খেতিৰ মাটি এই ম হটোবেহে তুলিব।

পখিলীতকৈ ম'হটোলৈহে তাৰ বেছি মৰম সোমাল। এই কেইদিন যেন সি ম'হটোকহে বেছি আপডাল কৰিছে।

ম'হ চৰাওঁতেও সি কাচিখনেৰে ঘাঁহ কাটি তাৰ পিঠিত বোজাই কৰি ঘৰলৈ আনে, যাতে তাৰ খোৰাক নিযমিত থাকে। আৰু দুদিনমান গলে সি হাল নমাবই। জেঠ সোমোবাই নাই। বদজাক যেন জেঠৰ বাৰখৰৰ নিচিনাই লাগিছে। বেলিটো পুবাতেই টঁ টঁ কৈ জ্বলাই আহিছে। কিন্তু বেলিটোলৈ চালে হব জানো? কাম কৰিবই লাগিব।

মাজু ককাযেকৰ লগত আগনিশা কথা বতৰা পাতি পিচদিনা ঢলপুবাতে মিনাৰামে হাল লৈ পথাৰত নামিল।

"ঘূৰিযা, ঘূৰিযা,—

নাঙলৰ ফালখনে মাটিৰ সিৰলু ফালি লৈ গৈ আছে। মাটিখিনি অলপ তিতা টান হোৱা নাই। নিশাৰ চেঁচা নিয়ঁৰ পৰি মাটিখিনি কোমল হৈ আছে। বদ জ্বলালেই টান হৈ যাব

"হুঁ, হুঁ—"

মিনাৰামে ম'হটোক সকিয়ালে। সি ম'হটোক এনেয়ে নোকোবায। এছাৰি ডাল হাতত এনেয়ে থাকে, তাক ভয় খুৱাবলৈহে। ম'হটোৱেও ধীৰে, গম্ভীৰে তাৰ মঙ্গহাল গাটো লৈ হালখন টানি থাকে। ইযাৰ বাহিৰে জানো তাৰ উপায় আছে। মিনাৰামে ওৰে বছৰটো তাক আপডাল কৰিছে এনেযে নে।

মিনাৰামে লক্ষ্য কৰি গৈ আছে, কেনেকৈ নাঙলৰ ফালটোৱে সিৰলু ফালি ফালি গৈ আছে। এক লক্ষ্য তাৰ, লক্ষ্যভ্ৰষ্ট হলে যে ফাল গৈ ম'হঁৰ ভৰিত লাগিবগৈ। তেতিয়া আকৌ ম'হটো লেঙেৰা হব।

পথাৰৰ এই চুকটোত মিনাৰাম অকলেহে। সিহে আজি প্ৰথম পথাৰত হাল নমাইছে। সি ফালখনলৈ লক্ষ্য কৰি হাল বাই আছে, তাৰ ৰামাযণৰ আখ্যান এটালৈ মনত পৰিল।

ৰজা জনকে প্ৰজাৰ হিতৰ অৰ্থে পথাৰত এদিন ৰাজহুৱা ভাবে হাল বাই দিব লাগে। আৰু এই হাল বাঁওতেই নাঙলৰ সিৰলুত এটা কণী পালে। সেই কণী ৰজা জনকে আটোম টোকাৰীকৈ নি কাৰেঙত থলে। তাৰ পিছত সেই কণীৰ পৰাই সীতাৰ জন্ম হল। সেই সীতাকে আকৌ ৰামচন্দ্ৰই স্বযম্বৰত জিকি বিযা কৰাই আনিলে। তাৰ পিছত কৈকেযীৰ মন্ত্ৰণাত ভৰত ৰজা হল আৰু ৰামৰ বনবাস। বেজাৰতে দশৰথ ৰজাৰ মৃত্যু হল। অযোধ্যা নগৰী শোকত শোকাকুল হল।

ৰাম বনবাসলৈ গল। তাৰ পিছত আকৌ ৰাবনে হৰণ কৰি নিলে।

"ঘুৰিযা, ঘুৰিযা" ঘুৰিব লাগে, কোনফালে, ঘুৰিছে কোনফালে?"

মিনাৰামৰ ৰামাযণৰ আখ্যান সিমানতে শেষ হল। মাটি কেই ডৰামান বাই হাল সামৰিলে। ৰদজাক ভালকৈ ওলাইছে। ম'হটোৱে সহ্য কৰিব পৰা নাই।

নাঙল জেউৰাতে আঁউজাই থৈ মিনাৰাম জলপান খাবলৈ বহিল। তাৰ পিছত আকৌ ম'হ লৈ ওলাই গল বাম শইচ থকা মাটিৰ ফালে। ইঁাহে ছাহে ম'হটো চৰাব আৰু ঘঁাহ নবোৰাও কাটিব।

ঘুৰি আহোঁতে শহুৰেকৰ খবৰো কৰি আহিব। শহুৰেকৰ এই কেইদিন আকৌ বায়ু চৰিছে। পানীলগা জ্বৰো হৈছে।

পিছদিনা পথাৰত হাল বাই থাকোতেই বৰ আলীটোৰেদি কিবা সমদল যাত্ৰা এটাই কিবা কিবি চিঞঁৰি যোৱা শুনিলে—

"কংগ্ৰেছ-জিন্দাবাদ, মহাত্মাগান্ধী-জিন্দাবাদ, আমাৰ স্বৰাজ ঘুৰাই আনক।"

মিনাৰামে হালখন ৰখাই খন্তেক কাণ পাতি ৰল।

কংগ্ৰেছ জিন্দাবাদ, কংগ্ৰেছ কি? আৰু সেই গান্ধীটোৱেই বা কোন? দেশৰ স্বৰাজ ঘুৰাই আনিব লাগে? তেন্তে দেশখন কাৰ তলত আছে। বুজিব নোৱাৰা কথাবোৰ দেখি।

মিনাৰামে বৰকৈ ভাবিলে।

চাওঁতে চাওঁতে সমদল যাত্ৰাটো পাৰ হৈ গলেই।

স্বৰাজ ঘুৰাই আনিব লাগে মানে, স্বৰাজ আহোমৰহে আছে। এইখন তো আহোমৰহে দেশ, আহোম ৰজাইহে ৰাজত্ব কৰিছিল। পিছে আহোমৰ হাতৰ পৰা ৰাজত্বখন কোনে কাঢ়ি লৈ গৈছিল। সেই দিল্লী ফালৰ পৰাই কোনোবাই ৰাজত্ব কৰিছে নেকি? হয়তো, আহোমৰ স্বৰাজ ঘুৰি আহিব লাগে। যাৰ ৰাজত্ব তাৰ হাতত দিব লাগে।

মিনাৰামে কথাটো যিমানে ঘুৰাই ঘুৰাই ভাবিবলৈ ধৰিলে, সিমানে অবোধ্য আৰু জটিলহে হবলৈ ধৰিলে।

"আৰু সেই যে গান্ধী বুলিলে, সেই জনেই বা কোন? অসমীয়া মানুহ যেন নেলাগিল তেওঁক। বোধ কৰো দূৰৰ পৰা সেইটো মানুহেই আহিছে আমাৰ স্বৰাজৰ কথা বুজাবলৈ।

এৰা, আবেলি মানে ৰঙাইৰ তালৈহে যাব লাগিব কথাবাৰৰ আগ

গুৰি বুজিবলৈ। সি হে দেশৰ বাহিৰ ভিতৰৰ বাস্তৱিখন ৰাখে। ইমান দিনে মিনাৰামে এইবোৰ কংগ্ৰেছ তংগ্ৰেছৰ নামেই শুনা নাছিল। এৰা ভগবন্তই হে হিচাব ৰাখে এইবোৰৰ, ক'ত, কিটো ক'ৰ পৰা ওলায়।

মিনাৰামে এডৰা চহাই হাল সিডৰালৈ নিলে।

ভগবন্ত ক'ত আছে কব নোৱাৰো। বসুমতীখনত হাল বালেহে শইচ হয। শইচ পকিলে নিব লাগিৰ। তাৰ পিছত মৰণা মাৰি ধান শুকুৱাই আকৌ টৌত সিজাব লাগিব। ঢেকীত বাণিব লাগিব। তেতিয়াহে চাউল কথা। ভগবন্তই ইমান ব্যৱস্থা ৰাখিছে।

ইমান কৰিলেহে পেটলৈ ভাত মুঠি যোবাৰ উপক্ৰম। তাতে আকৌ আজ্ঞাখন নহলে মুখলৈ গৰাহ নেযাযেই। উ ভগবান, উ ভগবান।

মিনাৰামে ভাবি গল।

এৰা, জীবনটোনো কি ?

মিনাৰামে তাৰ দৰ্শনৰ কথা ভাবিলে।

এদিন দিনক্ষণ চাই আইযে জন্ম দিলে, আইৰ হাততে খাই বৈ লুতুৰ পুতুৰ হলো, তাৰ পিছত চেমনীয়া, গৰু খেদাব পৰা হলো। তাৰ পিছত কেৰেশীযা। ফাগুণ বনৰ গোন্ধ নাকত ফিৰফিৰিযা কৈ লাগিল। অলপ অলপ যৌবনৰ বতাহত ওপঙি ফুৰা হলো। ডেওনা পাৰ হৈযেই চপল যৌবন। গোটেইখন ৰঙা-নীলা।

তেতিযা এই পুৰণি আকাশখন নীল বৰণীয়া, বসন্তৰ উত্থলিমুত্থলী দেহাৰ তেজত যৌবনৰ পিৰ্‌পিৰণি।

বিযাখন হলহে যেনিবা, দেহাই বাৰ্দ্ধক্যৰ ফালে চেকুৰ দিব লৈহে তৎ পালে। দেহা ভাগি ভাগি গৈযেই থাকিল, শেষলৈ কেঁকো জেকোঁ অৱস্থা যেতিযা হলগৈ, বাণপ্ৰস্থ'ৰ দিন আহিল মৰণলৈহে ক্ষণ গণিলে। মৰণহে তেতিযা আপোন হৈ পৰিল। তাৰ পিছত এদিন চাঙ্গি কৰি নি দিখৌৰ পাৰত কাঠ সংস্কাৰ। এটা জীৱন শেষ।

এই দেহা যুগমীয়া নহয়, নশ্বৰহে।

ভগবন্তইহে জানো, কি ভ্ৰমত মানুহ স্ৰজিলে ?

মিনাৰামে হাল তুলিলে। নোবাৰি, বদজাকে ধৰিছে।

হালখন পথাৰতে থৈ মিনাৰামে ম'হ খুলি আলিত উঠিল।

ৰঙাইহঁতৰ টোপ ঘৰটো দেখাই থাকে।

তাৰ ৰেন্দাৰ মাত মিনাৰামৰ কাণত পৰিছিল।

"ৰঙাই কাই, কামত লাগিলানে ?' মিনাৰামে মাত লগালে।

"এৰা, চাউল কঠা আগে কৈযেই ৰঙাইযে মিনাৰামলৈ চালে।

মিনাৰামে ম হ ৰখাই ৰঙাইৰ তাতে বহিল।

চেলেউটো সুপিবলৈ তুযো লৈছিলহে, মিনাৰামেই মাত লগালে, "হয়নে ৰঙাই কাই সেইখন কি গল ?"

"অ, কংগ্ৰেছৰ মানুহ।'

"কংগেছৰ মানুহ ?

"স্বৰাজ বিচৰা মানুহ।

"স্বৰাজ বিচৰা মানুহ ? সেই সোপানো ক'ৰ মানুহ ?,

"এ, তুমি আকৌ সেই বোৰৰ ভূভাই নোপোৱা।

ৰঙাই বহি ললে।

"দেশ স্বাধীন কৰিবলৈ আমাৰ ভাৰতৰ জনগণ উঠিপৰি লাগিছে। ইংৰাজক খেদি বাজ কৰি দিব লাগিব। দেশ স্বাধীন হব।"

"হযতো ইংৰাজক বাজ কৰি দিম , কিন্তু এটা কথা নহয ৰঙাই-কাই, এই স্বাধীনখন যে হব আমাৰ অসমখন স্বাধীন হবনে নহয ?"

মিনাৰামে কৈযেই উৎসুক হৈ ৰঙাইলৈ চালে।

"ওৱা গোটেই ভাৰতখনেই স্বাধীন হব, অসম-কিবা ভাৰতৰ বাহিৰতনে ?

"নহয, নহয়, মই বুলিছো মানে, অসমলৈ আমাৰ আকৌ আহোম ৰাজত্ব ঘুৰি আহিবনে নাহে ?"

আহোম ৰাজত্ব বুলি নহয, এতিয়া আৰু ৰজাৰ শাসন নাই,

প্ৰজাই প্ৰজাক শাসন কৰিব। ৰজা মহাৰজাৰ দিন গল। দেশ-স্বাধীন হলে প্ৰজাৰ মাজৰ পৰা মেম্বৰ ঠিয় হব আৰু সিহঁতৰ মাজৰ পৰাই মন্ত্ৰী পাতি দেশ চলাব। ৰঙাইয়ে কথাবোৰ খচ খচ্ কৈ গল।

মিনাৰামৰ কথাখিনি বৰ ভাল নেলাগিল। তেহেলে যেই নহওক, অসমখন আহোমৰ হাতলৈ নাহিলে তাৰ মনটোৱেই সুখ নেলাগে।

"বাৰু, ৰঙাই কাই মেম্বৰ যে বুলিলা, সেইটো কৰ মানুহ ?

"সেইটো আমাৰে মানুহ, মেম্বৰ মানে সভ্য অৰ্থাৎ আমাৰ ৰজাৰ দিনত থকা ডা ডাঙৰীযা। আগে ৰজাই বাচে এতিয়া প্ৰজাই বাচিব। গণতন্ত্ৰৰ দিন আহিল নহয কব নোবাৰাই হলা তুমি আকৌ।"

মিনাৰামে গণতন্ত্ৰৰ কথা শুনা নাই, নিদানত থকা বেজালী মন্ত্ৰৰ কথাহে শুনিছে , তথাপি মন্ত্ৰৰ সতে তন্ত্ৰৰ মিল থকাত বুজা বুজা যেন লাগিল। প্ৰথমে প্ৰথমেনো কোনে সব কথা বুজে। কেচুৱা লৰাইযো লাহে লাহেহে বুজি উঠিব পাৰে।

মিনাৰামে যেন দুখ লগাকৈ ক লে, হলেও ডেউ, আমাৰ অসমখন অকল আহোমৰ হে আছিল।

পেটত জলপানৰ ভোকে মিনাৰামক সকিয়াই আছিল। আৰু ৰবলৈ নাই। ৰঙাইক মাত লগাই যাবলৈ উঠিল,—

"পিছে, উঠোহেঁ।"

"ভাল"

মিনাৰামে ম'হটোলৈ ওৰে বাটটো ভাবি ভাবি গৈ থাকিল। যিমানেই সি ভাবিবলৈ ধৰিলে সিমানেই তাৰ কথাবোৰ আবোধ্য আৰু জটিল হৈহে যাব ধৰিলে। কথাবোৰৰ সি আগগুৰি নোপোৱা হল।

মিনাৰামে মনতে ভাবিলে, ভাৰত স্বাধীন হব অথচ অসমৰ ৰাজত্ব যাব মেম্বৰবোৰৰ হাতলৈ। ৰজাই হে দেশৰ ৰাজত্ব কৰে, মেম্বৰবোৰে আজ্ঞাহে পালন কৰে। এইবোৰ কি আপদীয়া কথা।

মেম্বৰ বা কোন হয়। এই দেশৰ মানুহেই নে, সিফালৰ দেশৰ মানুহ, তাৰ জানো বাচ বিচাৰ কোনোবাই ৰাখিব। কাৰ গৰজ আছে। গোটেই ভাৰত এক যেতিয়া আকৌ মেম্বৰ এই দেশতে হব লাগে, কবলৈ জানো থল থাকিব।

ওঁহো, কথাষাৰ বৰ পাক লগা। তেতিয়া হলে অসমত দেছুৱালী সোমাব আৰু দেছুৱালীৰ দেশত গৈ অসমীয়া হব। এইখন গৈ দেশ বিজতৰীয়া হে হব। আকৌ ধৰা, অসমত আমি সিহঁতক মেম্বৰ হবলৈ দিলোবেই, আকৌ সিহঁতৰ দেশত মেম্বৰ হবলৈ দিব জানো? নিদিলেও, দিছো দিছো বুলি কব, আৰু সিহঁতেই ৰাজপাট খাই থাকিব।

আৰু ইফালে অসমত সিহঁতে মক্মক্কৈ খাই থাকিব।

মিনাৰামৰ মনৰ ভাবত কৰবাৰ যেন কেনা লাগিল।

ও'হ, কথাষাৰ বৰ ভাল দেখা নাই। অসম আকৌ এই ভাৰতৰ মানুহৰ তললৈহে যাবগৈ। অসমৰ ওপৰত সবৰে চকু। সেইয়া ৰজাৰ দিনলৈ মন কৰাচোন, সেই ভাৰতৰে মোগলখনে অসমখন লবলৈ কেই বাৰ থপিয়াথপি কৰিছিল। ভাগ্যপ্ৰসন্ন আছিল গুণেহে অসমখন বাচি গল।

তাৰ পিছত আকৌ মানৰ আক্ৰমণ। মানেই অসমক জুৰুলা কৰি থৈ গল।

আহোমক নিশকতীয়া কৰি থৈ গল।

মিনাৰামে তাৰ চহা মনত এই কথাষাৰেই ভাবিছে, আহোমৰ ৰজা আকৌ হলে আকৌ আহোম মানে অসমীয়াৰে ৰাজত্ব হব। ৰজাৰ ওপৰত বিশ্বাস আছে, ডা-ডাঙৰীয়াক ভাৰসা কৰিব নোবাৰি। বদন বৰ ফুকন, মোৱামৰীয়া বিদ্ৰোহ, এইবোৰতো ডা-ডাঙৰীয়াৰে বন।

আৰু মানুহকনো বিশ্বাস কৰিব পাৰিনে? সংসাৰত বনৰীয়া জন্তুক বিশ্বাস কৰিলেও এই মানুহ জাতিক বিশ্বাস কৰিব নোৱাৰি। মানুহ জাতি বৰ টেঙৰ ৰজাৰ সেইখিনি কৰিবলৈ নাই। নিজৰ জোখাৰে ৰাখি, হেপাঁহ পলুৱাই খাই, বাকী সকলো প্ৰজাৰ বাবে।

আৰু আহোম ৰজা হলে, কিমান ভাল লাগিব। শেন যুঁজ হব, হাতী যুঁজ হব, নানা খেনৰ নানা যুঁজ হব, দাঁড়ৰ বাতৰি দাঁড়ে আমি গাঁৱে ভুঁঞে পাই থাকিম। ৰংপুৰ নগৰ সৌখনহে, কিমান খন বাট।

আৰু আমাৰ ম'হযুঁজ, কণি যুঁজ আৰু এই বিহুটো ৰজাঘৰীয়া বস্তু হৈ পৰিব।

কিমান আমোদ লাগিব।

ঘৰলৈ গৈ মিনাৰামে জলপান খোৱাত বহিল।

খোবাৰ পৰাই মিনাৰামে মাকক ক'লে,—

"আইতা, আজি বোলে দেশ স্বাধীন কৰা মানুহ এসোপাই বৰ আলীযেদি চিঞৰি চিঞৰি শোভাযাত্ৰা কৰি গৈছিল।

"কংগ্ৰেছ জিন্দাবাদ, আমাৰ স্বৰাজ ঘুৰাই আনক"

মাকে ক'লে, "এৰা আমাৰ ৰাজত্বও আকৌ আহিব।"

মিনাৰামে জলপানৰ পৰা মূৰ দাঙি কথাবাৰ ৰ' লাগি শুনিলে, তাৰ পিছত গৰাহটো নিওঁতেই মাকক ক'লে, "পিছে, এটা কথা নহয় আইতা, মানে আমাৰ দেশ আক্ৰমণ কৰি সিহঁতৰ দেশলৈ গুচি গল, তাৰ পিছত আমাৰ ৰজাও নহল, কাৰোৰ ৰজাও নহল, পিছে আকৌ কেতিয়ানো ইংৰাজৰ হাতলৈ গল ?"

"এ, অকৰাটো, অকৰা লাগিযেই আছ। মানে আক্ৰমণ কৰি কৰি গৈ অসমৰ সীমাত ইংৰাজ ৰজাৰ অধীনত থকা বঙালীবোৰৰ দেশৰ সীমাতগৈ আক্ৰমণ কৰিছিলে।"

"তাৰ পিচত আইতা, কি হল ?"

"এৰা এইবোৰ শুনাহে কথা, পিছে ইংৰাজে সিহঁতক হুঁহুকাই খেদি লৈ আহিল আৰু মান সিহঁতৰ হাতত পৰাস্ত হৈ মান দেশৰ সৈতে অসম দেশো সিহঁতক এৰি দিলে"

"ওপৰতে পালে, তাৰ মানে আহোমৰ হাতৰ পৰা দেশ লব পৰা নাই।"

"নাই পৰা হলেও, তাৰ পিছত শেষ দুই ৰজা চন্দ্ৰকান্ত সিংহ আৰু পুৰন্দৰ সিংহ দুয়োৰো মাজত ৰাজত্ব লৈ অৰিয়া-অৰি চলিল। তেওঁলোকে ইংৰাজৰ অধীনতে ৰজাহৈ থাকিবলৈ ইংৰাজৰ ওচৰ চাপিল।

"পিচলৈ ?'

"পিচলৈ, কিছুদিন এটা ৰজা হল, কিছুদিনৰ পিছত ইংৰাজ সেইজনক ভাঙি ইজনক ৰজাপাতিলে। আৰু শেহলৈ পুৰন্দৰ সিংহই ৰজা হৈ থাকিল।

"মানে অধীন ৰজা ?"

"অঁ, নহলে আৰু কেনেকৈ ?"

মিনাৰাম যেন মনে মনে ৰল।

## বাইচ

আজি একাদশী।

আজি সকলোৰে হাল খতি।

মিনাৰামে ভাবিলে, শহুৰেকৰ অসুখৰ বিষযে খবৰ লৈ আহিবগৈ। অন্য দিনা হাল খতি কৰি যোবাটো টান হব। পখিলীক কথাটো কৈযেই মিনাৰাম শহুৰেকৰ ঘৰলৈ যাবলৈ ওলাল।

শহুৰেকৰ ঘৰত গৈ মিনাৰামে দেখিলে শহুৰেকে ছালপিৰা খনতে শুই আছে। আৰু কাষৰ ধৰা কেইখনতে বহি কেইজন মানুহ। এজন বাহিৰৰ মানুহ, বাকী কেইজন গাঁৱৰে। বাহিৰৰ মানুহজনে কিবা কিবি কথা কৈ আছে আৰু গাঁৱৰ মানুহ কেইজনে ৰ' লাগি শুনিছে।

মিনাৰামে শহুৰেকক মাত লগাই ভাল বেয়া সুধি এচুকতে বহিল। মিনাৰামে লক্ষ্য কৰিলে, কথা কৈ থকা মানুহজনৰ গাত ৰঙা হলো চোলা এটা, চুৰীযাখনো ৰঙা, গাত এখন ৰঙা চাদৰ, ভৰিত

থৰম এজোৰ। মানুহজন টিকৃটিকৃকৈ ৰঙা। চেহেৰা পাতি ইমান সুন্দৰ যে, মিনাৰামে কোনোবা আহোম ৰজাৰ দিনৰ মন্ত্রী বুলিহে ভাবিলে। মানুহজন আদহীয়া। আটিল দেহাৰে, বৰ এখন মুখেৰে থম্ থম্ কৈ বহি থকা মানুহজনক থূলন্তৰ পুৰুষ জনেই লাগে। মানুহ-জনৰ চুলিত তেল নাই, বৰ একোচা চুলি, মূৰটো জপৰা।

কথাবতৰা বোৰ শুনি মিনাৰামৰ তেওঁক বাল্মিকী ঋষি যেনেই লাগিল। মাজে মাজে মানুহজনে মিনাৰামলৈ চাইছিল আৰু শেষত সুধিলেগৈ,—

"গোঁহাই ডেউনো ক'ৰ ?

বহি থকা কেইজনৰ পৰা এজনে মাত লগালে, "এওঁৰ জেঁাবাই হয়।' মিনাৰামৰ শহুৰেকৰ ফালে দেখুৱাই ক'লে।

মিনাৰামৰ অলপ লাজ লাগিল। তাক ডাঙৰ মানুহ যেন দেখিযে সুধিলে নেকি ? মিনাৰামে ভাবিলে, মিনাৰাম সহজ মানুহ, চহা মানুহ, সৰু মানুহ।

সি বাহিৰ মানুহৰ চকুত নপৰাই কথা।

মিনাৰামে একো মতা নাছিল, মনে মনে কথাবোৰ শুনি আছিল। বোধকৰো এওঁ সেই কংগ্রেছৰে মানুহ। ভাল ভাল কথাবোৰকে কৈছে। মিনাৰামে কিন্তু লক্ষ্য কৰিলে, মানুহজনে কিন্তু কংগ্রেছৰ মানুহ হৈও স্বাধীনতাৰ কথা নক লে। এওঁ কৈ গল, ধনী, দুখীযা সমান হব লাগে, কৃষকে খেতি কৰিবলৈ মাটি পাব লাগে। ইত্যাদী অন্য ধৰণৰ কথাহে। অন্তত এইজন মানুহে এসমযত দেশৰ স্বৰাজৰ কথা উল্লেখ কৰিলে। অন্যান্য কথাৰ বিষয়ে মানুহজনে সাৰুৱা কথা ক'লে যদিও মিনাৰামে আশা কৰিছিল, তাৰ আহোম ৰাজ্যৰ কিছু কথা কবহে বুলি।

মিনাৰামে কেৱল শুনি গৈছিল আৰু সেইজন মানুহনো কোন, এই বিষয়ে বহি থকা মানুহ কেইজন বা শহুৰেক, শাহুৱেক কাকো নুসুধিলে, আনকি খুলশালীয়েককো নুসুধিলে।

অৱশেষত, বহু পৰ বহি শহুৰেকৰ গা-মূৰৰ কথা সুধি শাহুৰেকৰ ওচৰলৈ গৈ কথা হুআষাৰ পাতি সেই মানুহজনক তাতে এৰি ঘৰলৈ গুচি আহিল।

ওৰে বাটটোত মিনাৰামে ভাবি আহিল, এৰা, এওঁ দেশৰ স্বৰাজৰ কথাও ক'লে। এওঁ স্বৰাজ বিছৰা দলৰ মানুহ হয় হবলা। এওঁ ধনী, ছুখীয়াকহে সমান কৰিব খোজে।

মিনাৰামে নিজৰ মনতে ক'লে, আগে দেশৰ স্বৰাজ, তাৰ পিছতহে দ-বাম সমান কৰি মৈযাই যোৱা। এতিয়া শাসনৰ বাঘজৰীয়েই লোকৰ হাতত, তুমি আকৌ কোনটো আইনেৰে বল কৰি দ বাম খন সমান কৰিবা। তোমাকে নি বন্দীশালত ভৰাবগৈ। তোমাৰ লগতে বাকী সোপাকো নি ভৰাবগৈ। আগে দেশ তাৰ পিছত দেশৰ উন্নতি।

মিনাৰামে কথাবোৰ ভাবি ভাবি জৰীজোপাৰ তল পাইছিলহি। এতিয়া তাৰ পখিলীক এইখিনিতে লগ পোৱাৰ কথাত চিন্তা আৰোপ নকৰিলে।

সি তলমূৰকৈ গৈযে থাকিল।

সি অনুভব কৰিলে, সি এই কেইদিনৰ ভিতৰতে বহুত কথাই জানিব পৰা হৈ গৈছে। ঘৰত সোমাই নেথাকি অলপ ঘূৰা পকা কৰিলেই বহু কথা জানিব পৰা যায়। একাদশীৰ উপবাসৰ খোজ কাঢিবলৈ বৰ মন নগৈছিল। পুৱাতেই কল এটা আৰু বুটমাহ কেইটামান। আৰু শহুৰেকৰ ঘৰতো সেই একাদশী, তাতো কল ছুটা আৰু মাহ প্ৰসাদ।

সাঁজটোৰে প্ৰতি এই আধেৰীয়া চাউলৰ ভাতৰ পেটটোত কেইটা কুমটি যেনহে তাৰ বোধ হল।

একাদশী মনা ভাল। মাহেকে পষেকে বেমাৰৰ পৰা বচা যায়। পেটৰ ক্ৰিমি, পেলুও মৰে।

মিনাৰাম তলৌ তলৌকৈ আহি আছিল।

কৰক। এইয়া মানুহৰ সহজাত প্ৰকৃতি, মজ্জাগত, জন্মগত। চুৰ কৰিও সি মানুহৰ সমাজত সমান আসন বিচাৰে।

এটা মানুহক চোৰ বুলিলে, সি আৰু মানুহৰ শাৰীত থাকিলনে। সি চোৰৰ শাৰীত পৰিল। সি এটা বেলেগ জাত, বেলেগ শাৰী, সি কোনো মানুহৰ শাৰীতে গণ্য নহয়। তাৰ নাম শুনিলেই সকলোৰে লেই-লেই, ছেই-ছেই কৰে। কম ভাঙৰ লাজৰ কথানে চোৰটো মানুহহে তেও, মুবুজাকৈ থাকেনে, জাকৰ মাজেদি সৰ্বাকি গলেই মানুহখনে বুবু বা বা কৰে। চোৰটোৱে জানো গম নেপায়। লাজত পৰিবলৈহে বাকা থাকে। আৰু গাঁৱৰ মানুহ চোৰেও চো। বুলিলে আৰু চোৰৰ প্ৰমাণ নিবিছাৰে। কথা ওলালেই হল। কথা বাগৰি গৈ সহস্ৰ কাণ হৈ এই কথা অতি সোনকালে ৰজন জনা হৈ গল। চোৰৰ কাৰণে, চোৰক চোৰ প্ৰতিপন্ন কৰিবলৈ শাস্ত্ৰখন বেলেগ, সেযা মানুহৰ মুখে মুখে থকা শাস্ত্ৰ।

তথাপি জানো চোৰে চুৰ কৰিবলৈ এৰে।

মিনাৰামে এইবোৰ কথা বুজি পায। এইবোৰ সাধাৰণতে গাৱঁৰ মানুহৰ মাজত ঘটা ঘটনা। এইবোৰ বুজিবলৈ শাস্ত্ৰ নেলাগে, চহৰলৈ ষাব নেলাগে। গাঁৱৰ মেললৈ গলেই এইবোৰ কথা শুনা যায়।

মিনাৰাম আহিযেই আছিল।

ৰঙা হলো চোলা পিন্ধা সেই মানুহজন সত্যাগ্ৰহ, কংগ্ৰেছ আৰু নকুল চোৰ এইবোৰ সকলো মিলি তাৰ মনত এখন বুৰঞ্জী ৰচিত হল। এইবোৰ কথা তাৰ মগজত কিতাপৰ ঠাকত থকা কিতাপৰ নিচিনাকৈ ঠাক খাই বল। সি আজিকালি অলপ জনা হৈছে।

এবা, পখিলী অহাৰ পৰাই তাৰ ঘৰখন সলনি হৈছে। তাই অহাৰ পৰাই এইবোৰ কথা তাৰ মনলৈ আহিছে। আগতে এইবোৰ কথা তাৰ ঘৰত আলোচনাই নহৈছিল। কেতিযাবা আলোচনা হলেও সি শুনা নাছিল। কাৰণ, সি দিনটো ম'হটো চৰাই থাকোতেই যায়। ঘৰখনেই তাৰ জগত, তাৰ কেন্দ্ৰ। যলৈকে নেযাওক লাগে,

সি সন্ধ্যা এই ঘৰটোলৈকে ঘূৰি আহিব লাগিব আৰু এই ঘৰটোক কেন্দ্ৰ কৰিয়েই সিহঁতৰ ঘৰৰ প্ৰত্যেকটো মানুহৰ জীৱন ঘূৰি আছে। শইচ চপাই মেলি এই ঘৰলৈকে আনে, বিয়া বাৰু কৰি এই ঘৰলৈকে আনে, সিও পখিলীক এই ঘৰলৈকে পলুৱাই আনিছে। কণমই-নাইয়ো স্কুলৰ পৰা এই ঘৰলৈকে ঘূৰি আহে। যদি এই ঘৰটো নেথাকিলহেতেন তেন্তে কি হলহেঁতেন। মানুহবোৰ ক'ত থাকিল-হেতেন। দিনৰ দিনটো ঘূৰি ঘূৰি মানুহবোৰ ৰাতি গছৰ তলত পৰি থাকিলহেঁতেন। এই ঘৰটো সিহঁতৰ কেন্দ্ৰ, সিহঁতৰ জীৱনৰ অফিচ। জীৱন শেষ হলেই অফিচ উঠি যাব। জীয়াই থাকোঁতেহে জীৱনৰ হিচাব-পত্ৰ। মৰিলে হিচাব-নিকাশ নাই।

মিনাৰাম তলমূৰ কৰি এইবোৰ কথাকে ভাবি ভাবি ঘৰ পালেগৈ।

পখিলী তাঁতৰ শালতে আছিল।

শহুৰেকৰ অসুখৰ বতৰা দি মিনাৰাম চ'ৰাঘৰতে বহিল।

একাদশীত এসাঁজ খাবলৈ নেপাওঁতেই মিনাৰাম ৰুগীয়া হৈ পৰিছিল।

ভাগ্যে, মাজুবৌৱেকে কুঁহিয়াৰৰ পাব এটা আনি দিছিল। অন্তত ডিঙিটো তিতিব।

তাঁতত লাগি থকাৰ পৰা পখিলীয়ে সুধিলে,—

"হয়নে, তাত আৰু কাৰোবাক লগ পাইছিলা নেকি ?

"অঁ, ৰঙা হলৌ চোলা পিন্ধা মানুহ এজন বহি আছিল , কথাৰ বকলা মেলিছে। দু'ই এজন গঁওৱাইয়ো শুনিছে।'

মিনাৰামে কৈযেই কুঁহিয়াৰ চোবালে আৰু চোবোবাৰ পৰাই আকৌ ক'লে,—

"তেওঁ আকৌ, ধনী দুখীয়া সমান কৰে, কৃষকৰ কথা কয়, আৰু, কিবা বোলেনে শ্ৰমিকবোৰৰ উন্নত হব লাগে বুলি কয়। জানো বালক, সংসাৰত কিমান মানুহে কিমান ঢাণ্ডালৈ ফুৰে।'

"সেয়া ৰবৰকৱাহে, পখিলীয়ে তাঁত শালৰ পৰাই ক'লে, মাজে মাজে আহিয়ে থাকে।"

মিনাৰামে কুহিযাৰ চোবোৱাৰ পৰা বৈ তাঁত শালৰ ফালে চালে আৰু ক'লে—

"ৰবৰকৱা? কোন ৰবৰকৱা?'

"কমিউনিষ্ট"

"কমিউনিষ্ট? কমিউনিষ্ট কি?"

"কংগ্রেছৰ নিচিনা এটা দল।"

"অঁ, মানুহজন ক'ৰ?

"লক্ষিমপুৰৰ মানুহ। পখিলীয়ে কৈ অলপ ৰল। তাৰ পিছত আকৌ ক'লে—

"মানুহ জনৰ খাট আছে।"

'খাট? ৰজা দিনৰ খাট?'

'অঁ,"

"তেওঁ আকৌ দেখোন ধনী, দুখীয়া সমান কৰিব খোজে।"

'অঁ তো, খাট থাকিলে সেইবোৰ কৰিব নেপায নেকি?

"খাট থাকিলে, খাটৰ মাটিবোৰ দি নিদিয়ে কিয?"

"সেইবোৰ দিযেই তো বাটৰ ভিকহু হৈছে, ৰাইজৰ কাম কৰি ফুৰে।'

মিনাৰামে অকনো নোবোৱাকৈ কথাবোৰ সুধি পেলাইছিল। শেষৰ কথাটোতে অলপ তলকা মাৰি ৰল।

"নিজৰ মাটি লোকক দান কৰি বাটৰ ভিকহু হৈছে?" তাৰ নিচিনাই ভিকহু সেই ৰঙা হলৌ চোলা পিন্ধা ইমান ডাঙৰ মানুহজন?

ভক্তিত মিনাৰামৰ মূৰ দোঁ খাই গল। সংসাৰত এনেকুৱা মানুহ আছে নেকি, ৰজাৰ দিনৰ খাটৰ নিচিনা জমিদাৰী এৰি দি আকৌ সেই ৰাইজৰ বাবেই খাটি খাটি ভিকহু হৈছে। আকৌ সেই ৰাইজকেই ধনী কৰিছে। এনে মানুহ কাচিৎহে জন্ম হয দেই।

কমিউনিষ্ট হল, কি হল। ইও একলিখিয়া মহৎ মানুহেই।

মিনাৰামৰ কুহিঁয়াৰ চোবোৱা শেষ হৈছিল।

লোকৰ কথা এৰি এতিয়া মিনাৰামে নিজৰ কথাহে চিন্তা কৰিবলৈ ধৰিলে। বাহিৰত যিযেই নহওক লাগিলে, তাৰ ম'হ সি চৰাবই লাগিব, পথাৰত হাল বাবই লাগিব। মাজুবোৱেকে ঘৰৰ কাম কৰিবই লাগিব, পখিলীয়ে তাঁতত বহিবই লাগিব আৰু কণমইনাযো পাঠশালালৈ যাব লাগিবই। এইবোৰ ধৰাবন্ধা কাম। এইবোৰ কৰিলে সিহঁতৰ সংসাৰ চলিব, সিহঁতৰ পেটটো ভৰি থাকিব। নহলে সুদা-পেট, লঘোন। লঘোনীয়া গাৰে অন্য কথা ভাবিব পাৰিনে। আগে চাউলকঠা, তাৰ পিছত হে অন্য। সেইবোৰ মানুহ যে ঘূৰি ফুৰিছে, সিহঁতৰ নিশ্চয় কিবা ব্যবস্থা আছে। এনেয়ে ঘুৰিব পাৰেনে? আৰু আমি যদি এই খেতি শইচখন ন কৰো তেন্তে সিহঁতেনো চাউল ক'ৰ পৰা পাব। চৰকাৰে চাউল কিবা বনাব পাৰেনে। এই চাউলকেই নি দেশৰ ৰাইজখনক খুৱায়। মিনাৰাম নিজৰ কামত লাগিল।

## তেইশ

দিনবোৰ মিনাৰামৰ কাৰণে বৈ নেথাকে। কাজে কামে লাগি থাকে। বাৰীৰ গহৰী গজা তামোল পুলিটো নি ক'ত ৰুব লাগে, তামোলৰ গুৰিত মাটি চপাই দিব লাগে নেমুডাল্লবোৰত কলম কৰিব লাগে, বাৰীখন ক'ত তাতিবাতি লব লাগে, এইবোৰ কাম মিনাৰামৰ ওলাই থাকে।

পান গছৰ গুৰিত সাৰ দিব লাগে, শাকনিখনত কোৰ মাৰি নতুন পাছলি ৰুব লাগে।

এইবোৰ মিনাৰামৰ দৈনন্দিন কাম।

অলপ দূৰ আহিয়েই দেখে, এটা মানুহ আহি আছে। গাত তাৰ বগা খদ্দৰ চোলা, ধুতিখনো খদ্দৰৰ, মূৰতো এটা বগা ভৰি দুখন সুদা, জোতা নাই।

মিনাৰামে ভাবিলে, বৰ আলীৰ এই গৰীয়াটো আকৌ এইফালে কলৈ যায়? ইমান ধুন পেচ?

ওচৰ পাওঁতে বুজিলে, সেইটো নকুল চোৰহে। জিলাৰ পৰা আহিছে। মিনাৰামেই মাত লগালে,

"মোমাইডেউ কোন ফালে গৈছিল?

"এ, জিলাৰ পৰা আহিলো।'

"কিবা সকাম আছিল নেকি?"

"সত্যাগ্ৰহ কৰি আহিলো, গ্ৰেপ্তাৰ কৰি দুঘণ্টা জেল দিলে। তাৰ পিছত মুকলি। মিনাৰামে মূৰ দাঙি ভালকৈ চালে, নকুল চোৰেও সত্যাগ্ৰহ কৰিলে। তাৰ অন্তৰতো দেশপ্ৰেম আছে মিনাৰামহে ঘৰত বহি আছে।

মিনাৰামে নকুলক ভালকৈয়ে চিনি পায়। সি সিহঁতৰ গাঁৱৰে বিখ্যাত চোৰ। তাৰ চেহেৰা পাতি ইমান টুপটুপীয়া হৈ আছে যে দেখিলে কোনোবা গোঁসাইৰ সত্ৰৰ ভকত বুলিহে ভুল হয। পোন নাকটোৰে চকলিযা মুখখনত ঢক ঢক কৈ বগা মানুহটোৰ কিচকিচীযা ক'লা চুলিৰে কলদিলীযা খোপাটো পিঠিত পৰি আছে। মিনাৰামে ভাবিলে, থুলন্তৰ পুৰুষ, বলিষ্ঠ দেহাৰ মানুহ নকুল চোৰটোক বাৰু খোপা ৰাখিবলৈ কিহে পালে। গাঁবৰ মানুহে তাক নোজাকায। মিঠা কথাৰে সদৰীহে কৰে, ভযত, জানোছা, সিহঁতৰ ঘৰতে সিন্ধি দিযে। অৱশ্যে নকুল চোৰ ইমান পাতল, ঠেকমনৰ নহয়, সি কেতিযাও গাঁৱত সিন্ধি নিদিয়ে। তাৰ চুৰ কৰাৰ কীৰ্তিকলাপ বাহিৰা মানুহৰ মুখতহে শুনা যায়।

আৰু এই নকুল চোৰৰ মুখতনো কি সোৱাদ লগা কথা, কথাবোৰ ইমান সুৱদি যেন কোনোবা গুৰু গোসাঁই হে। কথাইপ্ৰতি

ঋষিৰ বাক্য, শাস্ত্ৰৰ বচন। সি হেনো আজি কালি খেতি কৰে খেতি চপোৱাৰ হিচাপ তাৰ জিভাৰ আগত এইবাৰ বাম শইচ কৰি পালে, সৰিয়হ ৯ মোন, মাহ ১০ মোন, তিল ৪ মোন, দাইল ১১ মোন জলকীয়া ২৫ মোন আৰু নো কিমান হিচাপ শুনিবা। তাৰ ঘৰত যেন চৰকাৰী গুডামটোহে আছে। আমি দুটা মানুহে তেজক পানী কৰি খাটিও এমোন এমোন পোৱাই ভাগ্য হোবা নাই। এওঁ আকৌ চোৰটোৱে, চুৰ কৰোতেই দিন যায, সি আকৌ খেতি কৰি হিচাপৰ ওপৰৰ শইচ গোটায। কিন্তু শুনা কথা, শুনি যাব লাগিব। নকুললৈ মিনাৰামেও অলপ অচৰপ ভয় কৰে। কেতিযাবা আকৌ তাৰ গাইজনী নি নি, ম'হটো গোহাঁলীৰ পৰা লৈ গলে সৰ্ব্বনাশেই হব। এই নবুলেই কত মানুহৰ গৰু, ম হ ঘোঁৰা নি নি হাবীৰ মাজত বান্ধি বান্ধি থয়। গিৰিহতে তামোল পানৰ শৰাই লৈ গৈ নকুলৰ হাতে ভৰিযে ধৰি হেৰুবা বস্তুটো অনাই দিব লাগে বুলি কাকুতি কৰিবলৈ ধৰে। পোনে পোনেই সি চুৰকৰি নিছে বুলি কব লাগিলে, গি ৰিহতৰ যালে সাঙেই। নবুলৰ গেমেহা ভুকু খাইহে আহিব লাগিব।

তেতিযা গুৰু মাননী লৈ নকুলেও গদ গদ কণ্ঠত কব,–"

"এৰা, তোমাৰ ঘোঁৰা, মাজুলীত হাট কৰি আছে, পৰশীলৈ আহি লৈ যাবা, নতুবা, সৌ হাবাখনৰ মাজতে বন্ধা আছে, লৈ যোবাগৈ যোৱা।"

গিৰিহঁতেও গৰু পালো বুলি নকুলকো প্ৰভু সুৱঁৰি গৰু লৈ ঘৰ পায়হি।

আৰু এই অটব্য হাবীখনত তাৰ ঘৈনীযেকজনীয়েও অকলে বাৰু থাকে তেও। কম পিত নে সেই মানুহ জনীৰ। সিতো নে থাকেই, নিশা নকুল কাৰ ঘৰত সিন্ধি দিব, একমাত্ৰ ভগবানেহে জানে।

এই নকুলেই আজি সত্যাগ্ৰহ কৰি আহিল। এৰা, সি এইবোৰ বা-বাতৰি ৰাখিব পাৰে, পায়ো থাকে, কাৰণ তাৰ ঠাই মুফুৰা জেগা

নাই, মুশুনা কথা নাই। সকলো কথা নকুলে এদিনৰ আগেয়ে গম পায়। সেই মতে আৰু তাৰ চুৰিৰ আঁচনি ঠিক কৰে।

মিনাৰামে নকুলৰ পৰাই কিবা শুনিব বুলি থৰ্ লাগি বৈ আছিল। নকুলে ক'লে,—

"এৰা, চুৰত পৰি কতবাৰ জেল খালো, এতিয়াতো আৰু সেই বোৰ এৰি দিছো, গতিকে সত্যাগ্ৰহ কৰি দেশৰ কাৰণে জেল খোৱাটোবেই বাঞ্চনীয।

দেশ নতৰিলে ৰাইজ তৰিবনে? এতিযা পুণ্যৰ বাবেহে খাউতি হল, বুজিছ?

"ধৰ্ম্মে মতি যিজনে কৰিলা, সেইজনেহে বৈকুণ্ঠধাম পাইলা।" গুৰুজনাই এনেযে কৈ গৈছেনে?

মিনাৰামে ভাবিলে, চোৰৰ মুখত ধৰ্ম্ম কথা, গুৰুজনাৰ বাক্যষাৰ বা কিমান শুদ্ধ হৈছে, তাৰো সন্দেহ আছে।

কিন্তু মিনাৰামে নকুলৰ সজ বাক্য শুনিহে গল। নকুলেও কৈ গল, বুজিছা, যাৰ নাই গৰু, সি সবাতোকৈ সৰু, যাৰ নাই ধান, তাৰ নাই মান। খেতি খোলা নেথাকিলে, ঘৰৰ বনবাৰী ন কৰি ওপৰতে খাব খুজিলে সেইটো মানুহৰ যোগ্যনে? ভগবানৰ চকু এটাও কেৰাকে আছে।

নকুলে কৈ গল, মিনাৰামে শুনি আছে,—

"যদি পুৰুষোচিত কামেই কৰিব নোৱাৰা, তেন্তে এই লিখিযা দীঘল চুলি ৰাখি তিৰোতা হোবাই ভাল। মোক দেখা নাই, পুৰুষৰ কাম কৰিব নোবাৰা বাবেই, এই তিৰোতাৰ ৰূপ ধাৰণ কৰিছো, মোৰ যেতিযা সম্পুৰ্ণ পাপ গুচি পুৰুষোচিত কামৰ উপযুক্ততা আহিব সেইদিনাই চুলি কাটিম। দেখিছা, এইযা মোৰ চুলিৰ প্ৰতিজ্ঞা।"

মিনাৰামে হাঁহি ৰাখিব নোৱাৰিলে, ঢেক্ ঢেক্কৈ হাঁহি পেলালে। নকুলৰ অলপ খং উঠা যেন পালে, মিনাৰাম তভক্ মাৰি ৰল, কথা আকৌ বেযালৈ যাযগৈ নেকি?

“তোমালোকৰ নিচিনা মানুহৰ পৰা কোনো কাম নহয়। তুমি বাৰু ভকলাৰ ছোৱালীজনী কিয় পলুৱাই নিলা? তাইক জানো সুখত ৰাখিব পাৰিবা। মোৰ নিচিনা হোৱা হলেও চুৰ তাৰি কৰি এ সাঁজ খুৱাব পাৰিলাহেতেন। ছাল চিগা ছাল-দৰিদ্ৰই নো বহৰহীয়া ঘৰৰ ছোৱালী নিয়েনে? এইটো তোৰ খাতা৲ পাপ হৈছে। বাৰু যি কৰিলি, কৰিলি, নাম ঘৰত গৈ চাকি এটা দি আহিবি।’

মিনাৰামৰ মুখ শুকাই টেমি যেন হল, খ৲ খাই নকুলে কিবা ঘটনা কৰে গৈনেকি? এতিয়া কথাত লাগি এৰাবও নোবাৰা হল, ইফালে দেহাৰ ফালেও টনাটনি। ভাগ্যে, নকুলেই “যোৱা বাৰু যোৱা” বুলি ক’লতহে মিনাৰাম ৰক্ষা পৰিল।

মিনাৰাম পোনাই ঘৰলৈহে চোঁ ললে। চোৰৰ লগত কথা পতা বেয়া, মিতিৰালি কৰাও বেয়া। কোন তলকত কি কৰি পেলায, বা পোতক তুলিবলৈ ছেগ লয, কব নোবাৰি।

মিনাৰামে ভাবি গৈ থাকিল,—

চোৰৰ নো প্ৰকৃতি গুচেনে? মৰিলেহে লগত যায। কিন্তু সত্যাগ্ৰহটো সি কিয় কৰি আহিল? দহক ভাল বোলাবলৈ গৈ তলে তলে সিহঁতৰ ঘৰতে সিন্ধি দিব। নকুলক এই অঞ্চলত কোনে চিনি নেপায। কিন্তু হলেও দেই, সেই বৰ আলীটোৰ গৰীযা চোৰটোৰ গতেই গিঁৰিহতক ঘৈযাই নাহে। ইযাৰ এই কথাটোতে ভাল। বস্তুবাহানী সোঁপাহে লৈ আহে। অন্তত এটা ধৰ্ম্ম ৰাখে।

আৰু এই খদ্দৰৰ দীঘল হলো চোলা আৰু চুৰিযাখন বাৰু সি কৰ পৰা যোগাৰ কৰিলে?

মিনাৰামে ভাবি ভাবি গৈ আছিল।

চোৰেও চোৰ বুলি নিজক প্ৰতিপন্ন কৰিব নোখোজে। দহৰ আগত, নিজৰ কথাকৈ যশ বিচাৰিহে ফুৰে। দহে তাক ভাল বোলক, তাৰ চুৰ কৰাৰ দুৰ্ণামটোৰ বাহিৰে তাৰ অন্য গুণৰাশীৰ প্ৰশ৲সা

## চৌবিচ

কাতিৰ পোন্ধৰ দিন মান যাওঁতেই মিনাৰামৰ মাকৰ একলিখিয়া টানেই হল। নেৰেঙাই পালে। প্ৰায় বিশ দিনৰে পৰা ষ্বৰব-পাতি কৰা হৈছে, কিন্তু গুণ ধৰা নাই। বুঢ়াও হৈছে। লাহে লাহে পিছত বুঢ়ীৰ বোবা-থোবাই হলগৈ। ঘৰখনত সাক্ষী বুলিবলৈ বুঢ়ীযেই আছিল। এতিয়া যেন সকলোকে এই চিন্তাই খুলি খুলি খাবলৈ ধৰিলে। গোটেই ঘৰ-গৃহস্থ বুঢ়ীক পৰ দিব লগীয়া হৈছে। বুঢ়ী যে নেবাচিবগৈ, কথাষাৰ সকলোৰে মনত লাগিছে। নাওসলীয়া গাঁৱৰ বায়েকলৈও খবৰ পঠোৱা হৈছে। গাঁও গঞাইযো বুঢ়ীক পাল পাতি পৰ দিছে।

মিনাৰামৰ মনত গভীৰ দুখে ৰেখাপাত কৰিছে। মাক ঢুকালে, আইতা বুলিবলৈকে এই সংসাৰত নেথাকিব। যিমানেই দিন যাবলৈ ধৰিলে সিমানেই মিনাৰামৰ মাকৰ মৃত্যুৰ দিন চাপি আহিবলৈ ধৰিলে। আৰু মিনাৰাম যেন দিনে দিনে অকলশৰীয়া হৈহে যাবলৈ ধৰিলে। মাকৰ আগত মৃত্যুৰ কথা ভাবি তাৰ চকু তুলতুলীয়া হৈ আহিল।

কিন্তু শেহ সময়ত গাঁওগঞাই মিনাৰামৰ মাকক মৃত্যুৰ অলপ আগতে ঢাৰি পাতিযে চোতাললৈ উলিয়াই লৈ আহিল তেতিয়া মিনাৰামৰ বুজিবলৈ বাকী নেথাকিল যে মাকৰ শেষ সময় চমু চাপিছে।

চাওঁতে চাওঁতে গাঁওগঞাৰ আগতে গোটেই ঘৰকে কন্দুৱাই মিনাৰামৰ মাক অনন্ত দেশলৈ গুচি গল।

ঘৰ-গৃহস্থই কান্দিলে। মিনাৰামেও কান্দিলে।

দিখৌৰ বালিত শ' টোক দাহ কৰি দিখৌতে গা পা ধুই যেতিয়া

মানুহবোৰ ঘূৰি আহিল, তেতিয়া আবেলি। আৰু সেই আবেলিতে মিনাৰাম কান্দি কান্দি শেতেলীত পৰিল, পিছদিনাহে শেতেলীৰ পৰা উঠিল। চকু-মুখ উথহি চাব নোৱাৰা অৱস্থা হৈ পৰিছে।

মিনাৰামৰ মন ভাঙি গৈছিল।

তিন দিনলৈ কাৰো মুখত অন্ন নুঠিল। দুখে বেজাৰে ঘৰৰ ঘৰোৱাহীৰ মন সমাচ্ছন্ন হ'ল। তাৰ পিছত দুদিনলৈ, শেষত দহ দিনলৈকে একলিখিয়া ঘৰখনত খোৱা অনিয়মিত হ'ল। দিন গলেহে হয়, এমাহলৈকে ঘৰ চুৱাই হৈ থাকিল। মাজু ককায়েকে ব্ৰত পালন কৰিয়ে থাকিল। ঘৰখনত মৃত্যুৰ ছাযাই আগুৰি আছিল।

কাতি-নেউলী ধান দাবৰ কথা আছিল, সিও আঘোনলৈহে গ'লগৈ। আঘোনত মিনাৰামেই সকলো ধান চপাব লগীয়া হ'ল। পুৱাতে ম'হ লৈ যায় আৰু বেলি ওলোবাৰ লগে লগে ঘৰলৈ আহি জলপান খাই আকৌ হাতত কাচি আৰু ম'হ লৈ পথাৰলৈ যায়। নৰাণীত ম'হটো মেলি দি মিনাৰামে ধান দাবলৈ ধৰে। কণমইনাই ম'হটো চাই থাকে। পলমকৈ মাজুবোবেকেও পথাবলৈ ধান দাবলৈ যায়। আকৌ দুপৰীয়া সকলোৱে খাই বৈ আহি ধান দাবলৈ লাগি যায়। আবেলিলৈ মিনাৰামে ডাঙৰাবোৰ কঢিযাই কঢ়িযাই লৈ যায়।

ঘৰলৈ লখিমী চাপিছে।

ভঁড়ালত, চোতালত কেঁচা ধানৰ গোন্ধ। হাঁহৰ, গৰুৰ শৰাধ হৈছে। ধান চপাই মানে পুহ সোমালহি।

পখিলী মাকৰ ঘৰলৈ যাবৰ হ'ল। প্ৰথম প্ৰসূতি মাকৰ ঘৰতে হবগৈ। পখিলীৰ মাকে আবেলিলৈ খেন এটা চাই পখিলীক নিজৰ ঘৰলৈ লৈ আহিলগৈ।

জয়খামদা, পথাৰ দাৱনীৰে ভৰি পৰিছে। ঘৰৰ সকলো পুৰুষ, তিৰোতা, লৰাছোৱালী, জীয়ৰী বোৱাৰী পথাৰত ধান দোৱাত ব্যস্ত। পুহ মাহৰ দুপৰীয়া মিঠা ৰদ জাকত দাবনাবোৰৰ গাত উম লাগিছে। ফৰিংবোৰ জপিয়াই ফুৰিছে। ৰঙা ধাননীৰ গোন্ধে গোটেই জয়-

খামদা৲ পথাৰ বিয়পি পৰিছে। দূৰৰ পৰা সোণালী ধাননীৰ মাজত কাৱনীবোৰক ধান দাই থকা দেখিলে গাঁৱৰ ঘৰখন যেন মুকলিভাৱে পথাৰতহে আছে। কিন্তু আবেলি চমু চাপি অহাৰ লগে লগে নিয়ঁৰৰ কণাবোৰ যেন অসহ্যহৈ পৰে।

গাবোৰ খজুৱতিত চিট্ চিটাবলৈ ধৰে। তেতিয়া ধাননী এৰিবৰ হয়। লৰাছোৱালীবোৰক কেহেঁৰু খানিবলৈ হাক দি পথাৰ এৰিবলৈ কোবা হয়। ইতিমধ্যে পুৰুষবোৰে ভাৰখনেৰে ডাঙৰী কঢিওৱাত লাগি যায়। গাৱঁৰ দীঘল বাটটোত দাৱনীবোৰ লানি লাগি আহি থাকে আৰু পুৰুষবোৰে ডাঙৰীবোৰ কান্ধৰে বেগাবেগী খোজত আহিবলৈ ধৰে।

সন্ধ্যা যেন জুই শালত নবহিলে কাৰো ৰক্ষা নাই। জুইশাল ঘেৰি পথাৰৰ আলোচনা চলে।

চাওঁতে চাওঁতে মানুহৰ প্ৰকৃতিৰ বুকুত হাত লাগি নৰাণী বিলাক ওলাই পৰে। উডঙীয়া গৰু ছাগলীয়ে পথাৰখনৰ ইমূৰ সিমূৰ চৰি আনন্দত মতলীয়া হৈ উঠে। মিনাৰামহঁতৰ ঘৰতো লখিমী চপোৱা শেষ হল। মাথো ন' খাবলৈ বাকী আছে।

পুহৰ কিণ্‌কিণীয়া শীত। অথচ মিনাৰামৰ আহৰি নাই। চল-পুৱাতে সি ম'হ নিবই লাগিব। এই ম'হটোৰ পৰাইতো সিহঁতৰ ভড়াললৈ ইমান ধান আহিল।

কিন্তু মিনাৰামৰ ঘৰটো উদং, তাৰ ঘৈনীয়েক নাই। দুই এদিন ঘৈনীয়েকৰ অনুপস্থিতি উলাই কৰিব পাৰি, কিন্তু একেলেঠাৰিকৈ কেবা দিনলৈ যেন তাৰ বুকুখন বিষাই উঠে, ঘৈনীয়েকক চাবলৈ যাবৰ ইচ্ছা হয়।

বেচেৰী ঘৈনীয়েকজনীয়ে তাৰ কাৰণেই দেহাখনৰ ভাৰবৈ কষ্ট খাইছে। তাইৰ গৰ্ভত যে তাই বোকোচা বৈ ফুৰিছে, সেইটোতো তাৰেই সন্তান।

মিনাৰামে বেলিটো ওলোৱাৰ লগে লগে ম'হটো নি বিলৰ ওচৰ

পোৱালেগৈ। আৰু তাৰ পৰাই পখিলীহঁতৰ ঘৰলৈ লক্ষ্য কৰিলে। খুলশালীযেকটোৱে বিললৈ গা ধুবলৈ আহিছে।

"ভিন ডেউ, আমাৰ ঘৰলৈ আহিবলৈ পাহৰিলা নেকি ?

"গৈছো বল," বুলি কৈ মিনাৰাম শহুৰেকৰ ঘৰলৈ সোমাল। মিনাৰামে ভাবিলে, এতিয়াতো সি ন' জোঁৱাই হৈ থকা নাই। এতিয়ানো জোঁৱাইৰ কি উঠপঠপখন আছে। আদৰ পালো যদি পালো, নেপালো নাই। কিন্তু সি যোৱাটো কৰ্ত্তব্য। তাৰ ঘৈনীয়েক ইয়াত আছে। বিচাৰ খোচাৰ কৰাটো তাৰ নিত্যান্ত বাধ্য বাধকতাৰ ভিতৰত পৰে। আৰু পখিলী তাৰ কিমান আপোন। তাইৰ গৰ্ভত সি গুটি সিচিছে, তাৰ পৰা কণকঠিয়া গজিধ, কণকঠিয়া ডাঙৰ হব আৰু তাৰ ঘৰখন বেৰি ধৰিব। তাৰ বাৰীখন ভৰি পৰিব। এইবোৰ তাৰ কণকঠিযা, এই বোৰৰ গিৰিহঁত সি।

এইবোৰ তাৰ একচেতিয়া সম্পত্তি।

ম'হটোতে উঠি মিনাৰাম তাৰ শহুৰেকৰ ঘৰলৈ তাৰ কঠিযাতলিখনহে বিচাৰি গৈছে।

পখিলীয়ে এবাৰ ভুমুকী মাৰি চাই গল।

মিনাৰাম গৈ নামিল চোতালত। ম'হটো খুটা এটাতে বান্ধি মিনাৰাম চৰাঘৰলৈ সোমাই গল আৰু বা বাতৰি ললে।

কিবা খাবলৈ দিব খুঁজোতেই মিনাৰামেই ক'লে, "নহয়, ঘৰতহে খামগৈ, গা পা ধুবলৈ আছেই। মাত্ৰ খবৰ খাতি কৰিবলৈহে আহিলো।"

মিনাৰাম আকৌ ওলাল। ঘৰ পালেহি।

প্ৰতিদিন নগলেও, এদিন এৰি এদিন বিললৈ ম'হ মিনাৰামে নিয়ে আৰু ঘৈনীযেকৰ খবৰ-খাতি কৰি আহে।

"মাঘৰ দোমাহীলৈ বেছি দিন নাই। নাই মানে পৰশীলৈ হবলা।" মিনাৰামে মাজুবৌবেকলৈ চাই ক'লে।

"এৰা, পৰশীলৈ, পিঠাপনাৰহে যোগাৰ হোৱা নাই।"

লাহে লাহে বহাগ গৈ জেঠ সোমালহি।

জেঠৰ বাৰখৰত মিনাৰামে হাল খতি কৰিছে। খৰ মাৰিলে পথাৰত হাল বাই লাভ নাই।

ফৰিঙতি মাটিবোৰ ইমান টান। মিনাৰামে মনতে ভাবিছিল, দ'- আলটীয়া মাটিতে নি হালখন বাবগৈ। কিন্তু তাতো পানী শুকাই খৰা৲।

চাওঁতে চাওঁতে আহাৰ পালেহি।

পানীৰে চপ চপিযা হৈ থকা আহাৰৰ আকাশ, বৰষুণ ছুবাওৰাৱে পৰে। পথাৰত হাল বাবলৈকে কিমান আনন্দ লাগে। পিঠিৰ ওপৰত জিৰ জিৰ কৈ বৰযুণ পৰিথাকে, নেৰানেপেৰাকৈ। জাৰ নাই, জহ নাই, ঘাম-নিদাঘ নাই,। সৰ সৰ কৈ পৰি থকাপানীখিনি কিমান পৰিষ্কাৰ, ধুই নিকা হৈ আছে। বাট-ঘাটৰ জাবৰ এই আহাৰৰ বৰষুণে ধুই নিকা কৰি লৈ যায।

আৰু সেই যে আহাৰৰ বৰযুণ নামিল, নামিলেই আহাৰৰ হাট শেষ কৰিও পানী পৰি থাকে। বৰযুণৰ পিছত বৰষুণ, পথাৰ, গাঁও, হাবীবননি সকলোতে অহৰহ বৰষুণ। দিন নাই, ৰাতি নাই, সময় অসময নাই, বৰষুণ, বৰষুণ, বৰষুণ। মাজে মাজে বিজুলী, ঢেৰেকনি, গাঁজনী, ধুমুহা, তুফান' গোটেই জযখামদা৲ পথাৰ জুৰি বৰষুণ পৰি থাকে, জিৰ জিৰ্ জিৰ।

আৰু পথাৰখন ভৰি কৃষকে হাল বাই থাকে। বৰষুণলৈ কেৰে- পকে নকৰে। যদি এই বৰষুণতে মাটি চহ নকৰে, তেন্তে কেতিয়া কৰিব। গোটেই পথাৰ জুৰি ইমূৰৰ পৰা সিমূৰলৈ গোটেই গাঁও খনৰে মানুহ ভৰি থাকে। মূৰত এডুখৰি জাপি, কঁকালত গামোছা এখনি আৰু সৰ্ব্বশৰীৰত বৰষুণৰ পানী।

অথচ এই মিনাৰামেই জেঠৰ বাৰখৰতে এই আকাশলৈ চাই অপেক্ষা কৰিছিল এজোলোকা বৰষুণৰ বাবে। অথচ এতিয়া পানীৰে পথাৰ ওপচি পৰিছে। মিনাৰামৰ ম'হটোৱেও হালখন টানি

ভাল পাইছে। প্ৰথম হল মাটিখিনি কুমলি গৈছে, দ্বিতীয়তে বৰষুণৰ বতৰ। এনেকৈ বৰষুণ দি থাকিলে ম'হটোৱে গোটেই দিনটোৱেই হাল বাব পাৰে। গাত শক্তি নাই বুলিনে। মাত্ৰ বদজাকৰ পৰাহে যত আমনি।

মিনাৰামে হাল বাইছে। মাজু ককাযেকে কোৰেৰে চবিয়াইছে। কণমইনাই জলপান দিবলৈ আহি বোকাতে লুতুৰী পুতুৰী হৈছে।

এই বৰষুণত তিতি তিতি পথাৰত বোকা ফেনেকি থকাৰ সমান আনন্দ নাই।

এই আনন্দ মিনাৰামে অনুভ কৰে তাৰ ভাল লাগে। সি কবি কাকলিৰ কথা বুজি নেপায়।

এই আহাৰৰ কলিয়া ডাৱৰকে উদ্দেশী যক্ষবিৰহীয়ে প্ৰিয়ালৈ বাতৰি পঠাইছিল আৰু কবিয়ে বাট চাই আছিল সেই ডাৱৰলৈকে, কেতিয়াকে আকৌ প্ৰিয়াৰ বাতৰি লৈ ঘূৰিব। এই আহাৰৰ ডাৱৰৰ কথাকে সুঁৱৰি কোন কবিয়েনো প্ৰিয়াবিৰহত আকুল হোৱা নাই। আহাৰৰ ডাবৰৰ বুকুত প্ৰিয়াৰ বাতৰি নেপাই ডাৱৰকে উদ্দেশী জানো কবিয়ে কোৱা নাই,—

"হেৰ, আহাৰৰ কলিযা ডাবৰ। বিৰহ, বিজুলা দূৰলৈ নে। মিনাৰামে বুজে, কব নেজানে, অনুভৱ কৰে, প্ৰকাশ কৰিব নোবাৰে।

আহাৰৰ আকাশত ডাবৰৰ প্ৰাণ আছে, ই কলপনাপ্ৰবণ কবিৰ প্ৰেমৰ বাহন।

অসম বৰষুণৰ দেশ। বৰদৈচিলাই বতৰৰ উদ্বোধন কৰে, মৌচুমীয়ে বৰষুণৰ গুটি সিঁচি থৈ গুচি যায়। তাৰ পিছত যেন বৰষুণৰ মেলা হে বহিল এই বসুন্ধৰাত। পথাৰ খমাৰ,--

হাবী-বননী,-ঘৰ চোতাল সকলোতে বৰষুণৰ অবাধ ৰাজত্ব। এই বৰষুণতে মিনাৰামে পথাৰত হাল বাই থাকে, মাজুবৌৱেকে ঘৰৰ বনবাৰী কৰে, বৰষুণত তিতি তিতিয়েই পথিলীয়ে ইখন সিখন কৰি থাকে। কণমইনাইয়ো বৰষুণত তিতি তিতিয়েই পাঠশালালৈ যায়।

আকাশ জুকলী জুপুৰী।

অসমৰ বাৰিষা বুলিলে, ধাৰাসাৰ বৰষুণ। অসমীয়া কবিৰ কবিতাত বৰষুণৰ বৰ্ণনা অলেখ আছে। এই বৰষুণৰ আতিশয্যাই অসমক মৌচুমীৰ দেশ বুলিয়েই কোৱা হয। গোটেই ভাৰতাতে ইযাৰ সমান বৰষুণ নহয়।

মিনাৰামৰ মাকে কোবা মনত পৰে

এই বৰষুণতে তিষ্ঠিব নোবাৰি মিৰজুমলাই অসম এৰি গুচি যায। এই বাৰিষাৰ বতৰতে মিৰজুমলাৰ সৈন্য শিবিৰ কলেৰাত আক্ৰান্ত হৈ হেজাৰ হেজাৰ সৈন্য মৰি চাউনী শূন্য হৈ যায়। আৰু মাহজুৰি চলা বাৰিষাৰ বৰষুণ সহ্য কৰিব নোৱাৰি আহোম ৰজাৰ লগত সন্ধি কৰি দিল্লীলৈ উলটে।

মিনাৰামে মনতে ভাবে, এই বৰষুণতনো আৰু চাউনী চাউনী হৈ থাকিবনে। চাউনীত বানপানীহে হব। কটা মোগল, বৰষুণতে তিষ্ঠিব নোৱাৰিলে। যি দেশৰ যি আবহাওবা, তাৰ কাৰণেহে সহ্য হয়।

অথচ এই বৰষুণতে অসমীযা মানুহ তিতি তিতি, জুকলী জুপুৰী হে ঘূৰি ফুৰে। কাৰো ৰোগ, ব্যাধি একোৱে নহয। এই বৰষুণত তিতি ফুৰিবলৈকে কিমান আনন্দ। চেলেউটো সুপি সুাপয়েই শপ জপাই গৈ থাকা।

লাহে লাহে জযথামদা৲ পথাৰ চহ হৈ আহিল। শাওন সোমাই-ছিলহে, মানুহে কঠিযা কৰবলৈ আৰম্ভ কৰিলেই।

মিনাৰামহঁতেও কান্ধৰৈ কঠিয়াৰ ফেৰা নিবলৈ ধৰিলে। চাওঁতে, চাওঁতে মিনাৰামহঁতৰ চন কৰা মাটি সজাল ধৰা ৰোৱাৰে ভৰি পৰিল। মিনাৰামহঁতৰ ৰক্ষা, খেতিখন এইবাৰ উঠিল।

এতিয়া মিনাৰামৰ কাম হল, দিনৰ এভাগত ম'হ চৰোবা আৰু এভাগ হল ৰোৱাৰ মাজে মাজে জুলুকী বাই মাছ মাৰি ফুৰা। দিখৌত খুটি বৰশী পাতি বোন্দাপৰ দি জোপ লৈ থকা মিনাৰামে মুঠেই ভাল

নেপায় আৰু তাৰ সময়ো নাই। দুই এটি কাৱৈটিলিকা, গৰৈচিৰিঙা যদি তাৰ জুলুকীত পৰে, সেয়াই ঢেৰ। মাজে মাজে পথাৰৰ আলি বোৰত খোহা পাতে, তাতো মাছ পায়।

আহিনৰ বতাহজাক পথাৰেদি বৈ যায়। মিনাৰামৰ গাত লাগে। শীতৰ দিন আহিলেই। কাতি আহিলে এৰিয়া চাদৰ গাত উঠিবৰ হল। গৰমৰ দিনকেইটা পথাৰত কামে-বনে লাগি থাকোতে কোন পিনেদি গল ধৰিবই নোৱাৰিলে।

আকাশেদি এজাক চৰাই পথাৰৰ ওপৰৰ নীলা আকাশেদি উঠি গল, তাৰ পিছত আৰু এজাক উৰি গল। মিনাৰামে লক্ষ্য কৰিলে। চাওঁতে চাওঁতে আহিনৰ আকাশত হেজাৰ হেজাৰ চৰাই লানি পাতি উৰি যাবলৈ ধৰিলে। আকাশত আজি চৰাইৰ মেলা বহিছে, সেয়েহে উখল্ মাখল লাগিছে।

মিনাৰামৰ মন উৰো উৰো হল। কিন্তু পিছমূহূৰ্ত্ততে পখিলীৰ অন্ত সত্বাৰ কথা ভাবি যিমান আনন্দ লাগিল, সিমান কষ্টও অনুভৱ কৰিলে। পখিলী তাইৰ গৰ্ভত এটা প্ৰাণী বোকোচাত কৰি লৈ ফুৰিছে। আৰুনো কেইদিন আছে, প্ৰথম বছৰত ন মাহতে সন্তান প্ৰসব কৰিবই। মিনাৰামে আঙুলীত মাহ কেইটা হিচাব কৰিবলৈ ধৰিলে, বহাগৰ পৰা লেখ কৰিলে ন মাহ হবলৈ কিমান বাকী। মাঘ সোমালেই পূৰ হব। থেন থেন্ মেন্ মেন খন হবই।

যিমানেই পখিলীৰ গা-গধুৰ হোৱাৰ দিন বাঢ়িগৈ আছে, সিমানেই মিনাৰামেও পখিলীৰ আলপৈচান পোৱাত অভাব বোধ কৰিছে। এই অন্ত সত্বা দেহাৰে নো পখিলীযে মিনাৰামে লাগ বুলিলে দিয়া আলপৈচান খন ধৰে কেনেকৈ। মিনাৰামে খং খোবা নাই, এনেই হে খিংখিঙীয়া হৈ পৰিছে। তাতে আৰু কেইমাহমান গলে পখিলীক নি মাকৰ ঘৰত থবগৈ লাগিব। প্ৰথম পোঁযাতি মাকৰ ঘৰত হবৰ সবৰে ইচ্ছা আৰু দেশৰ নিয়মো।

মিনাৰাম মনে মনে বল। মাজুবৌয়েকৰ গাত মাজুৰৰ চিন ফুটি উঠিছে। সিমান খুন্দা ভজা কাম সম্ভৱ নহয়। চুবচুৰীয়াকৈয়ে এইবাৰ মাঘৰ বিহুটি হব। তাতে মাকো ঢুকাইছে।

কিন্তু পিছক্ষণতে তাৰ ঘৈনীয়েকৰ কথা মনত পৰি মিনাৰামৰ মুখখন মোলান পৰি গল। তাৰ ঘৈনীয়েক পখিলীৰো ভাল হোৱাৰ ক্ষণ মাঘৰ দুদিন যোৱাত। দোমাহীৰ পৰাই থেন থেন্ মেন্ মেন্ খন হবই। গতিকে শহুৰেকৰ ঘৰ তো এইবাৰ বিহু কাতি।

মিনাৰামে ভাবিলে, এৰা, ভালে ভালে ভাল হলেই হৈ যায়।

মিনাৰামে লক্ষ্য কৰিলে, মেজি পুৰিবলৈ গাৱঁৰ ডেকাবোৰে খৰি কাঠ গোটাইছেই। উৰুকাৰ ৰাতি ভোজ খাবলৈ লৰাধপৰা কৰিছেই। যোবাবাৰে সিয়েই এই বিহুখনত আগভাগ লৈছিল, কিন্তু এইবাৰ যেন বিহুৰ আনন্দই তাইৰ ফালে চাই এঙামুৰীহে দিলে।

হয়তো, পখিলী হেন ধুনীয়া, দীপলীপ ছোৱালী সি ঘৰলৈ আনি তাৰ জীৱনৰ আনন্দ উপভোগ কৰিছে। আকৌ আনন্দ কিহৰ। একালত দুখ, একালত সুখ আছেই।

উৰুকাৰ দিনা কণমইনাকে মেজি পুৰালৈ লৈ যাব লাগিব।

কিন্তু মিনাৰামৰ মন সম্পূৰ্ণ পখিলীৰ তাত। দোমাহীৰ পিছতেইতো তাইৰ লৰাৰ মাক হব। মিনাৰামে ক্ষণ গণিছে।

মিনাৰামে ম'হটো চৰাই চৰাই ঘঁাহ এবোজাও কাটিলে। আৰু কণমইনাক ম'হটোৰ পিঠিতে তুলি দি মিনাৰামে ম'হটোৰ নাকীডাল ধৰি ধৰি ঘৰলৈ লৈ আহিল। কালিলৈ পুৱাতে ম'হ চৰাবলৈ নিয়া নহয়, ওচৰৰে পথাৰখনতে ম'হ যুঁজ চাবলৈ যাব। এইবাৰ কিন্তু তাৰ ম'হ সি যুযুজায়। ঘৰৰ বুঢ়ীজনী মৰিছে, এবছৰলৈ আনন্দখন কৰিবলৈ নাই। কোন মতে বাক ৰংৰসইচখন কৰিব।

কণমইনাক লৈ মিনাৰাম মেজি পুৰালৈ গল।

ৰিৰাট, ৰিৰাট তিনটা মেজি কৰা হৈছে। অলপ সিফালৰৈ ঠিক

জেনেকৈ আৰু ছুটামেজি। এইদৰে শাৰী শাৰী কৰি মেজিবোৰ সজাই থোৱা হৈছে।

আৰু বৰ পুখুৰীটোৰ পাৰতে সৰু চালি ঘৰ নবাৰে সাজি তাৰ ওচৰতে ভোজৰ ৰন্ধাবঢ়াৰ দিহা কৰা হৈছে। জিলাবপৰা অনা বৰালি মাছ কেইটাই কোনোমতে খাবলৈ জুৰিবহে। লৰাছোৱালীবে পুখুৰী পাৰটো উকুলী মুকুলী, চিএ্ৰ'ৰ বাখৰ।

ভোজভাত খাই পুৱালৈ মেজি পুৰি যেতিয়া মিনাৰামে কণমই-নাক লৈ ঘৰলৈ আহিল, তেতিয়া মাজুবৌৱেক উঠিছেহে।

মিনাৰামে গা পা ধুই পিঠাপনা খাই শহুৰেকৰ ঘৰলৈও গল। তাত বিহুৰ পিঠা খাই আৰু পখিলীৰ গা কেনে আছে বতৰা লৈ ঘৰলৈ আহিয়েই আৰু নৰল। কণমইনাক লগত লৈ ম'হ যুঁজ চাবলৈ গল।

আনন্দ বলিয়া, বিহু বলিযা মিনাৰামে তেতিযা একাণ পাতি ম'হ যুঁজ চায়, তেতিয়া তাৰ ঘৈনীযেকৰ কথাবোৰ কৰবাত থাকে পৰি, সংসাৰৰ সকলো চিন্তা একতিযা হৈ যায। আৰু যেতিয়া ম'হ যুঁজ চোৱা শেষ হল, তেতিয়া আকৌ-তাৰ মনত খৰধৰ লাগিল পখিলীৰ চিন্তাই। বাটত যেন বৈ থকাৰ সময়ো নাটনী।

কালিবপৰা কিন্তু বগীদলত একেলেথাৰে তিনদিন ম'হৰ যুঁজ হব। মিনাৰামে এই বাতৰি লৈ আহিছে। গতিকে পুৱাতে ম'হ চৰাবলৈ গৈ ঘাঁহো এবোজা কাটি লৈ আহিব আৰু বাহিৰে বাহিৰে পখিলীৰো খবৰ কৰি আহিব।

কিন্তু ম'হ লৈ মিনাৰামে বিলৰ ফালে গৈছিল হে, বাটতে এযোৰা মানুহে খবৰ দি গল, পখিলীৰ গা বেয়া কৰিছে।

মিনাৰামৰ মুৰটো আচন্দ্ৰায কৰি আহিল। ম'হটো বিলৰ ওচৰতে গছ এজোপাত বান্ধি লৰালৰিকৈ শহুৰেকৰ ঘৰলৈ সোমাই গল।

"এৰা, পখিলীৰ গা বেয়া কৰিছে কুকুৰা ডাকৰ পৰাই," শাহুৱেকে

কৈ মিনাৰামক ক'লে, "বোৱাচোন, গোলাপৰ ঘৰৰ দ্বৰৰ এপালীকে লৈ আহা।"

মিনাৰাম একেলৰে গোলাপৰ ঘৰ পালেগৈ।

কিন্তু গোলাপৰ ঘৰলৈ গৈ মিনাৰামে দ্বৰৰ বিছাবোতে, বিপদত পৰিল, গোলাপে সুধিলে, "তামোল খোৱা পৰ হৈছেনে নাই?"

মিনাৰামৰ মগজুত কথাটোৱেই নোসোমাল। বেজে অন্য বেমাৰৰ বুলিযে এই কথা সুধিছে, নতুবা প্ৰথম বাপুকী বুলি হয়তো ধেমালীহে কৰিছে। মিনাৰামে আকৌ ক'লে, "তাৰ ঘৈনীয়েকৰ গা বেয়া কৰিছে, দ্বৰব এপালী নিবলৈ শাহুৱে পঠাই দিছে।"

গোলাপে বুজিলে, মিনাৰামে অন্য কথাহে বুজিছে। পতিকে তাক ক'লে, "তই যা,"—

"শাহুৱেৰক সোধগৈ, তামোল খোবা পৰ হৈছেনে নাই? তই নুবুজ এইবোৰ কথা। সেইবোৰ মাইকী মানুহে বুজে।"

মিনাৰাম আকৌ শাহুবেকৰ ওচৰলৈ লৰ দিলে। বাটে বাটে ভাবি গল, মিনাৰামে বিয়া কৰিও আজি এবছৰে এজনী মাইকীৰ লগত থাকিও মাইকীৰ ভিতৰুৱা কথা বুজি নেপালে। কিন্তু এতিয়া সেইবোৰ কথা ভাবিলে নচলিব দ্বৰবপালিৰ দিশহে আগে হব লাগিব। নহলে, তাৰেই পখিলীয়ে তাৰেই সন্তানৰ কাৰণে কষ্ট ভোগ কৰিছে।

শাহুৱেকৰ ওচৰত গৈ সুধিবনে নুসুধিব, নে মনে মনে গৈ পখিলীকে সুধি আহিব, এই কথা আলচ কৰি থাকোঁতেই শাহুৱেকে দ্বৰব পালিৰ কথা সুধিলে, কিন্তু মিনাৰামে প্ৰকৃত কথা জনালত "হৈছে" বুলি কৈ বেগাই দ্বৰব পালি আনিবলৈ পাঁচিলে।

কিন্তু বেজালীৰ গুণ নধৰিলে। পখিলীৰ প্ৰসব বেদনা বাঢ়িবলৈহে ধৰিলে আৰু মিনাৰামে বাহিৰৰ পৰা পখিলীৰ উস্ আহ শুনি নিতাল মাৰি থাকিল যদিও আকৌনো কাৰ ওচৰত গৈ বুধিভাবসা লব, ভাবি বহি আছিল। মিনাৰামে ভাবিলে, মাজুবৌৱেকৰতো এনেকুৱা প্ৰসব

বেদনা কেতিয়াও হোৱা নাই। বিষ আৰম্ভ হলহে আৰু লগে লগে 'নাই' কাটিবলৈ বাহঁৰ চুচনি বিছাৰি মিনাৰামক বাঁহনিলৈ যাবলৈ, ক'লেই। কিন্তু এইখন আকৌ কি,—

তাৰ ভাগ্যতহে পখিলীৰ বাবে দ্বৰব বিছাৰি যাব লগা হল।

কিন্তু ভাগ্য সুপ্ৰসন্ন।

মিনাৰাম বাহিৰত অপেক্ষা কৰি বহি আছিল যদিও ভিতৰৰ বতৰা পাওঁতেহে পলম হল। 'নাই' কটাৰ পিছতহে মিনাৰামে বুজিলে, আৰু গাঁৱৰে তিৰোতা এজনীয়ে ভিতৰৰ পৰা ওলাই আহি ক'লে, "লৰা সন্তান ভাল হৈছে, বাপুকী হলি।"

আনন্দত মিনাৰাম জপিযাই নাচিব খুজিছিল কিন্তু মনৰ ভিতৰতে ডাঙৰ হাঁহি এটি মাৰি চেলেউ সুপি বহি থাকিল।

তাৰ পিছতে লাজতে কাকো মাত নলগাই ম'হটোলৈ বিললৈ চৰাবলৈ গুচি আহিল। আৰু লাজতে এৰিযা চাদৰখন গায়েমূৰে ঢাকি বিলতেই ম'হৰ ওপৰত কাণ পাতি বল, কিজানি প্ৰসূতি কোথাৰ পৰা কেচুৱাৰ কান্দোন ভাহি আহিছে।

এতিয়া মাত্ৰ মিনাৰাম আৰু পখিলীৰ দুযোৰো চকুৱে চকুৱে পৰিবলৈহে বাকী আছে। পখিলীয়ে প্ৰসূতি কোথাত যিমানেই কেঁচুৱাক পিয়াহ খুৱাইছে, সিমানেই মিনাৰামৰ স্বামীত্ব সুঁৱৰিছে আৰু মিনাৰামক মনত পেলাইছে। পখিলীয়ে ভাবিছিল, তাই ঘৰৰ ভিতৰত যিমান বাউল হৈছে মিনাৰাম চাগৈ বাহিৰত তাইতকৈ বেছি অস্থিৰ হৈছে, অন্ততঃ তাৰ দেহাৰে অন্য এটা অনু, তাৰ সন্তানটোক চাবলৈ। কিন্তু যেতিয়া শুনিলে, মিনাৰামে শহুৰেকৰ ঘৰৰ পৰা গৈ বিলত গায়েমূৰে এৰিয়া চাদৰখন ঢাকি ম'হহে চৰাইছে।

কি অভ্, অ' এইটো, ঘৰত ঘৈনীয়েক ভাল হৈছে আৰু গিৰিয়েকটোৱে নিশ্চিন্ত মনে ম'হ চৰাই ফুৰিছে। হেৰ, কেচুৱাটো চাওঁ বা চাবলৈ বৈছো, নহলেও ঘৰতেই থাক। তাকে নকৰি ম'হ চৰাই আছে। যেন ঘৈনীয়েকৰ লৰা হোৱা নাই, যেনিবা শৌচহে কৰিলে।

পখিলীয়ে ভাবি ভাবি মনে মনে থাকিল আৰু চুৰুঙ গাবে ইকাল সিকাল কৰিছে যদিও বাহিৰলৈ যোৱা নাই।

কঁকালত তাইৰ গামোছাখন টানকৈ মৰা আছে। নহলে সদাই পেটুৰী হৈ থাকিব লাগিব। প্ৰথম মাক বাবে মাকেই কেচুৱাটোক সেও-পোতক দিছে আৰু যেন পখিলীয়ে কিবা নকৰা কাম এটাহে কৰিল এই ভাবি গৰবত বুকু ফুলাই আনন্দ অনুভৱ কৰিছে।

আৰু মিনাৰামে এৰিয়া চাদৰৰ তলত তলকা মাৰি ভাবিছে, শহুৰেকৰ ঘৰলৈ যাব, নে ম'হলৈ ঘৰলৈ গৈ জা জলপান খাই ভাল কাপোৰ-কানি পিন্ধি ন' জোৱাইটো হৈ আহিব। মিনাৰামে তেতিযালৈকে বাহি মুখেৰেই আছে।

ইতিমধ্যে, বিলৰ পৰা মিনাৰামে দেখিলে, পখিলীহঁতৰ ঘৰলৈ গাঁৱৰে দুই এজনী তিৰোতা, জীয়ৰী নব জাতকক চাবলৈ আহিছে।

"ওঁহো, ঘৰলৈ পোনোবাই ভাল হব," মিনাৰাম লাজত মৰি গৈছিল। তাক এতিয়া সবেই বাপুকী হল বুলিহে কব।

মিনাৰাম গৈ গৈ যেতিয়া ঘৰ পালেগৈ আৰু পুখুৰীত জোবোৰা এটা মাৰি জলপান খাবলৈ বহিলে, বগীদ'ললৈ ম'হ যুঁজ চাবলৈ মনটো উচপিচাই উঠিল। কিন্তু ঘৰৰ সকলোৰে হকাবাধা মানিবলগীয়া হোৱাতহে সেও হল আৰু খন্তেক তলকা মাৰি শহুৰেকৰ ঘৰলৈকে যাবলৈ থিৰ কৰিলে। ম হ যু জ কালিলৈহে চাবলৈ যাব। কণমইনাক ঘাঁহ এবোজা কাটি আনি ম'হটোক দিবলৈ কৈ বিহুৰ চোলা, চুৰীয়া, পিন্ধি যেন মাঘ বিহুৰ বিহু খাবলৈহে শহুৰেকৰ ঘৰলৈ গল। মূৰত সেপিযাই চাই দেখে,—ৰঙা আঁচুৰ গামোছাখন, পুৰাণ নহয়, পখিলীয়েই নতুনকৈ আকৌ বৈ দিয়া। মুখত লাজটো কথমপি ধৰি ৰাখি মিনাৰাম শহুৰেকৰ ঘৰৰ পচুলীযেদি সোমাল।

খুলশালীয়েকে দুৱাৰ মুখৰ পৰাই চিঞৰি ক'লে

"ভিন্ দেও, বিহুত দৰা সাজিহে আহিলানেকি ?"

ভিতৰত কোনোবাই খুক্‌খুকাই হাঁহিছিল যদিও মিনাৰামে

হুগুনিলে। মিনাৰামে কিন্তু লাজত মৰহি গৈ নিলাজী বন হোৱাদি হল। তথাপি গহীন হৈ জে'ৰাইটি হৈ থাকিল আৰু অপেক্ষা কৰি বল, ভিতৰৰ পৰা শাহু আইয়ে হওক, পথিলীয়ে হওক, সন্তানৰ বাপেকক সন্তানৰ কুশল বাতৰি জনাবহি।

কিন্তু ভিতৰৰ পৰা চিৰা, পিঠা দৈহে আহিল। গাঁবৰে জীয়ৰী এজনীয়ে আনি মিনাৰামৰ সমুখত থলে। মিনাৰামে আৰু কাৰোৰ আদেশলৈ বাট নেচালে। এহাতে চিৰাৰ বাতিলৈ দৈ আৰু গুৰেৰ টকালি পাৰি খাই থাকিল। লাজ কৰিবনো কি? অন্তত, তামোল এখন খোৱা পৰ হলেই আলহী আৰু ঘৰুৱা হৈ যায়েই। পিছলৈ খুজিই খাব পৰা হয়। খোবাৰ মাজতে তিয়নী কাপোৰৰ থপজপগুনি বুজি পালে, শাহু আই, গা তিযাই আহিছে।

- বিছুৰ জলপান খাই মিনাৰামে চেলেউটো ধৰাখনতে বহি স্থপি আছিল। শহুৰেকে গা ভাল পাইছে। ওচৰৰ মানুহৰ ঘৰলৈ বিহু খাবলৈ গৈছে।

গাঁৱৰ তিৰোতা এজনীয়ে কেচুৱাটো কাপোৰ এখনতে মেৰিয়াই লৈ আহি মিনাৰামক দেখুৱালে। মিনাৰামে চাই দেখে, তাৰ দেহাৰে এটা বিচ্ছিন্ন অংশ এই কেচুবাটো মাত্ৰ এটা কেকেৰ্কটুবাতকৈও অলপহে শকত। অৰ্থাৎ মানব আকৃতিৰ এটা মাংসপিণ্ড যেন মাংসৰ ভিতৰত লৰচৰ কৰি আছে। মিনাবামে ৰ' লাগি, হেপাহ পলুৱাই চালে, এচুকুৰা ৰঙা তেজ ছালৰ তলত বিভিন্ন অংশত বিভিন্ন ৰূপত চেপা খাই বন্দী হৈ আছে। মিনাৰামে দেখিলে, এয়া জন্মৰ ৰূপ ইয়াক এই ধৰণীৰ আহাৰ খুৱাই হৃষ্টপুষ্ট কৰি তুলিব কেচুৱাটোৰ মাক পথিলীয়ে। যেতিয়া মাকৰ পিয়াহ খাই খাই লোডোৰ-পোডোৰ এটা আহোম পোৱালী হব তেতিয়া হৈ পৰিব এটা পুতলা, তাৰ পিছত ডাল, গছপাত, তাৰ পিছত এটা মানুহ।

মিনাৰামে আকৌ তাৰ মনৰ ভিতৰতে হো-হোকৈ হাঁহি এটা মাৰিলে।

দিনৰ দিনটো মিনাৰাম তাতে থাকিল।

পখিলী ওলাবৰ নৌ। অশৌচত আছে। তথাপি ইমানবোৰ মানুহ থাকোতে ভাই নো গিৰিয়েকৰ আগত কেনেকৈ মুখখন দেখুৱায়। সন্তান হোবাৰ পিছত মানুহৰ আগত গিৰিয়েকৰ মুখলৈকে চাবলৈ লাজ লাজ লাগে। যেনিবা, সিহঁতৰ বিয়াৰ এয়া প্ৰথম সাঁচিপাত। সকলোকে মাত লগাই পিছবেলালৈহে মিনাৰাম ঘৰলৈ আহিল। আৰু বাটে বাটে ভাবি আহিল, কালিলৈ যেনেতেনেই ৰগীদ'ললৈ ম'হযুঁজ চাবলৈ যাব, কাৰো হুকাবধা নেমানে।

## পাঁচিশ

যোৱা কালি শহুৰেকৰ ঘৰলৈ পিন্ধি যোৱা কাপোৰ সাঁজকে পিন্ধি মিনাৰাম ওলাল ম'হ যুঁজ চাবলৈ বগীদললৈহে, শহুৰেকৰ ঘৰলৈ নহয়। শহুৰেকৰ ঘৰত তাৰ এতিয়া কাম নাই। সেইকাম সাছু আইৰ, জাল খুৱায়, সেওপোতক দিয়ে, আৰু বা কি কৰে, সকলো তিৰোতা মানুহৰহে। মিনাৰামৰ নহয়।

মূৰৰ ৰঙা আঁচুৰ গামোছা, মদাৰ ফুলৰ নিচিনাকৈ মিনাৰামৰ মূৰটো জিলিকি আছে।

মিনাৰামে ভাবিলে, তাৰ হাবীখনৰ পৰা ওলাওঁতে পলমেই হল হবলা। কিন্তু বৰআলীটোৰ সিমূৰলৈ চাই দেখে, দুই এজন মানুহ কোবাকুবিকৈ আহিছে। বৰ আলীত ভৰি দিয়েই মিনাৰামে তাৰ গৰীয়া লগৰীয়া কেইটাকে চিঞৰ মাৰি বিছাৰিলে। কিন্তু তেতিয়ালৈ ম'হযুঁজ চাবলৈ বৰআলীত তাৰ লগৰীয়া লৰা এটাও নাই।

মিনাৰামে ভাবিছিল, নতুন চোলা সাঁজেৰে মূৰত গামোছাখন মাৰি পিলিঙা ডেকাটি হৈ কেহেলী কেন্দেলীকৈ গৈ থাকিব। কিন্তু এতিয়া সেইকালে নহৈছে, সিফালে বগীদল পাবলৈকে এডখৰ বাট আছে, আকৌ ম'হ যুঁজ আৰম্ভ হবই পাই চাগৈ।

মিনাৰামৰ খোজত থৰ-কাজুটি নোহোৱা হল।

গৈ গৈ যেতিয়া বগীদল পালেগৈ, তেতিয়া বগীদলৰ আলিবাট, পথাৰ লোকেলোকাৰণ্য, বিৰ দিওবাট উলিযাব নোৱাৰি। মিনাৰামৰ গৰীয়া লগৰীয়া কেইটা বিচাৰি উলিওৱাও সহজ নহয়।

দেশৰ ৰাইজখনৰ জেৰেঙা পথাৰৰ ফালে চকু।

এহাল ম'হৰ যুঁজ ইতিমধ্যে আৰম্ভ হৈছিলেই। চিঞঁৰত ৰাইজ গগন ফালিছে।

মিনাৰামৰ গৰবত কাণ মূৰ উত্তেজিত হৈ উঠিল। এযা, এই জেৰেঙা পথাৰতে তাৰ পূৰ্ব্বৰ আহোম ৰজাই ইযাতে ম'হ যুঁজ কৰোৱাইছিল, ইয়াতে শেনযুঁজ হৈছিল, এই জেৰেঙা পথাৰতে সতী জয়মতীক শাস্তি দি মৃত্যুক বৰণ কৰোৱাইছিল।

মিনাৰামৰ প্ৰতি শিৰা, উপশিৰা, ধমনীত আহোমৰ তেজৰ ঢল উঠিছিল।

ম'হটোৱে ভীষণ শব্দএটা কৰি খুন্দা এটা মাৰিছিল, ইতিমধ্যে মিনাৰামৰ ওচৰৰ মানুহ কেইজনৰ কেইষাৰ মান কথালৈ কাণ গল। এজনে কৈছে, আন্দোলন আৰম্ভ হলেই, কেতিযাবাই আৰম্ভ হল, আজি ভৰ হৈছে। জিলাত স্বৰাজৰ বাবে শোভাযাত্ৰা হৈছে, সত্যাগ্ৰহো হৈছে।

মিনাৰামে মানুহ কেইজনক চিনিব নোৱাৰিলে। তেওঁলোকৰ পিছে পিছে গল যদিও সেইবোৰ কথা আৰু নুশুনিলে বৰ, মানুহ কেইজন ম'হ যুঁজ চোৱাতহে ব্যস্ত হৈ পৰিল। চাই থাকোতে থাকোতে মানুহ কেইজনো হেৰাই গল।

ম হৰ যু জখন ভালকৈ চাওঁ বুলি মিনাৰাম অলপ সিফালে গৈ

ম'হ হাললৈ জোপোঁতে জোপোঁতে আকৌ এষাৰ কথা তাৰ কাণত পৰিল,

এই, জিলাতহে, বিহু চাবলৈ ভাল হৈছে, স্বৰাজৰ গোটেইখন জমা হৈ শোভাযাত্ৰা কৰিছে।

অন্য এজনে কোৱা শুনিলে, "জিলাত স্বৰাজৰ ৰে বিহু হৈছে"।

মিনাৰামৰ মনত কথাকিষাৰে যেন খুন্দিয়ালে আৰু অকনো নেভাবি জিলাৰ ফালে যোৱা বাটটোৰ ফালে আগবাঢ়ি গৈ আকৌ ম'হ যুঁজ চাবলৈ ৰল। ম'হটোৰ যুঁজৰ খুন্দা একোব চাইয়ে মনতে ভাবিলে, জিলালৈনো কিমান দূৰ, সৌৱাহে হুমাইলেই নহয়। মেটেকা পাৰ হলেই জিলা। কোনো কথা নাই। আমি যেনিবা জিলালৈকে ফুৰিবলৈ গলো। চাই আহোঁচোন, কিনো স্বৰাজৰ খেলখন হৈছেনো।

মিনাৰাম পোনে পোনেই জিলালৈ খোজ ললে।

মেটেকা ঘাট পাৰ হৈ যেতিয়া দ'লৰ মুখ পাইছিলগৈ, মিনাৰামে দেখিলে, বগীদলৰ জেৰেঙা পথাৰত যিমান মানুহ দেখি আহিছিল তাতোকৈ বেছিমানুহহে ইযাত লগ খাইছে।

মিনাৰামে গৈযেই থাকিল। স্বৰাজৰ চিঞৰত মানুহবোৰে টেঁটুফালি চিঁঞৰিছে।

মিনাৰাম গৈ পোনে পোনেই শোভাযাত্ৰাৰ জাকত সোমাই পৰিল।

যেন তাৰ দেশে, তাৰ দেশ মাতৃকাৰে তাক দেশৰ বাবে আহ্বান কৰিছে আৰু সেই মূহূৰ্ত্ত যেন মাতৃকাৰ আহ্বান পালন কৰিছে। তাৰ দেশ স্বাধীন হব লাগে?

মিনাৰামে বুজাই নুবুজাই সেই মানুহবোৰৰ লগতে চিঞঁৰিবলৈ ধৰিলে।

ইমান মানুহ একে লগে মিনাৰামে কেতিয়াও দেখা নাই, আৰু এই জেলাৰ চহৰখনো সি আগতে কেতিয়াও দেখা নাই, আৰু এনে আন্দোলনৰ কোনো ভুভা আগতে সি পোৱা নাই। সম্পূৰ্ণ এটা অচিন পৰিবেশত ধুমুহাত উটি অহা কুটাখেৰৰ দৰে সি এই জনসমুদ্ৰত মিলি গৈছে। এই জনসমুদ্ৰৰ গতি ক'ত সি কব নোৱাৰে। হেজাৰ হেজাৰ খদ্দৰ পোচাকী মানুহৰ মাজত সি এটা মাঘ বিহুৰ বিহুৱা

মিনাৰাম। তাক সকলোৱে লক্ষ্য কৰিছে, সি এটা চহা। খদ্দৰ পোচাক তাৰ নাই। কিন্তু এই সময়ত তাক সবেই সন্মান কৰিছে। দেশৰ আহ্বানত যে সিও কোনোবা দূৰৰ গাঁওৰ পৰাই ওলাই আহিছে।

মিনাৰামে শোভাযাত্ৰা কৰা মানুহবোৰৰ মাজত দেখিলে যে তাত তাৰ নিচিনাই বহু মানুহ গাঁৱৰ পৰাই আহিছে। চেহেৰা-পাতিৰ পৰা যে এই বিলাক গাঁৱৰহে মানুহ, মিনাৰামে ধৰিব পাৰিলে। অতপৰে সি এইজাক মানুহৰ মাজত আচহুৱা হৈহে আছিল, এতিযা সি সহজ হৈ পৰিল। আৰু সিহঁতৰ এজনৰ দৰে সিও এতিয়া সিহঁতৰে এজন হৈ পৰিল।

মিনাৰাম সিহঁতৰ লগত উজান ধৰি গৈ থাকিল।

মিনাৰামে মাথো জিন্দাবাদহে কৈ গৈছে। বাকীবোৰে অন্য কিবা কৈছে যদিও হুলস্থুলৰ মাজত মিনাৰামে একো শুনা নাই।

এজন এজন মানুহে শাৰীৰ দাঁতিযে দাঁতিয়ে গৈ গৈ চুঙা এটাৰ নিচিনা লৈ কিবা চিঞৰি চিঞৰি গৈ আছে। মিনাৰামৰ ভাল লাগিছে। আজি সি চিঞৰিলৈ সুবিধা পালে। সমাজৰ মাজত সমজুৱাৰ হৈ সিও এটা সমাজৰ লেখৰ মানুহ হৈ পৰিল। সি পাহৰি গল, সি দূৰৰ গাঁৱৰ এটা চহা, এটা নিৰক্ষৰ, এটা অলাগতীযাল মানুহ।

শোভাযাত্ৰাটো চহৰৰ ৰাজ আলিযেদি গৈ কেঁকুৰিটো ঘূৰিছে। দীঘলীয়া শোভাযাত্ৰাটোৰঅগ্ৰভাগটো তাৰ চকুত পৰিল। অগ্ৰভাগত কিছুমান মাইকী মানুহো সি দেখিলে। হাতত পতাকা লৈ আগৰ মানুহবোৰ কেকুঁৰিটো ঘূৰিছে। ইতিমধ্যে হাই হুই শব্দ এটা শুনা গল। ধৰ ধৰ মাৰ মাৰ লগাৰ নিচিনা হৈ চৈ এটা মিনাৰামৰ কাণত পৰিল। দেখিলে, শোভাযাত্ৰাৰ আগৰ মানুহ কিছুমান বাটৰ পৰা ওলাই যেনি তেনি গুচি গৈছে। মিনাৰামে একো ধৰিব নোৱাৰিলে কিন্তু মিনাৰামৰ সমুখত থকা মানুহবোৰ ঠিকেই আছে। চাওঁতে

চাওঁতে সমুখৰ মানুহবোৰো ছেদেলি ভেদেলি হবলৈ ধৰিলে। ঠেলা-হেঁচাত মানুহবোৰে ইটোক সিটোক খুন্দিয়াবলৈ ধৰিলে। মিনাৰামৰ গাত ইতিমধ্যে এজন মানুহ খুন্দা খাই পৰিলেই আছি। মিনাৰাম টান মানুহ আছিল বুলিহে কৈ থাকিল। পৰি যোৱা মানুহটোক তুলিবলৈ যাওঁতেই মিনাৰামে দেখিলে সমুখত টোকোন এটা লৈ পুলিচ। টোকোন ডাল জোকাৰি জোকাৰি তাই ওচৰ পালেহি। মিনাৰামে দেখিলে, টোকোনডাল এতিয়া তাৰ গাত পৰিবই। মিনাৰামেও ইফালে সিফালে নেচাই পুলিচৰ টোকোনডালকে দুই হাতে ধৰিলে আৰু টোকোনডাল লৈ পুলিচৰ লগত কঢ়া আজুৰা লাগিল। মিনাৰামে নেৰে আৰু পুলিচেও তাৰ বলিষ্ঠ হাতৰ পৰা টোকোনডাল এৰুৱাবলৈ যত্নপৰ হল। কিন্তু কোনোপধ্যেই মিনাৰামৰ হাতৰ পৰা টোকোনডাল এৰুৱাব নোৱাৰিলে। কিন্তু যিমানেই কঁঢা-আজোৰা লাগিবলৈ ধৰিলে, পুলিচটোৱে সিমানেই তাক চুচৰাই টানি নিযাৰ বুদ্ধি কৰিলে। ইফালে ৰাজপথটোত মানুহ নায়েই, সবেই ছেদেলি-ভেদেলি হৈ কোন ক'ত গল, কোনেও ধৰিব নোৱাৰিলে। ইতিমধ্যে মিনাৰামৰ পিঠিত কেইটামান বেতৰ কোব ওপৰা ওপৰিকৈ পৰিল। ঘুৰি চাই দেখে, ছয় সাত জন পুলিচে তাক ঘেৰি ধৰিছে আৰু সিহঁতৰ হাতত শকত শকত নাৰিকলৰ পখা। লগে লগে শকত পখা মিনাৰামৰ ককালত মেৰ খাই গল আৰু দুবাৰমান অন্য টোকোনৰ কোবখাই মিনাৰামে টোকোনডাল এৰি দিলে। আৰু সদলবলে পুলিচৰ লগত বেতৰ কোব খাই গৈ থাকিল।

মিনাৰামে যে এনেকৈ কোবখাব সপোনতো ভবা নাছিল। তাক তাৰ দেউতাকেও একোব মৰা নাছিল।

সদলবলে মিনাৰাম গৈ যেতিযা থানা পালেগৈ তেতিয়া দেখিলে তাত স্বৰাজ বিছৰা আৰু মানুহ আছে আৰু সিহঁতৰ শৰীৰ তেজেৰে বাঙলী। তেজ দেখি মিনাৰামৰ গা একলিখিয়া সিঞৰি উঠিল।

মিনাৰামকো নি সিহঁতৰ মাজতে সাঙুৰি থানাৰ হাজোতত ভৰাই থলে। মিনাৰামৰ পুলিচে কোৱা কাণত পৰিল,—

"এই চহাটোৱেও স্বৰাজ বিছাৰি আহিছে।"

তেতিয়াহে হাজোতত থকা বাকী স্বৰাজৰ মানুহবোৰে বুজি পালে যে মিনাৰাম স্বৰাজ বিচৰাৰ দোষতহে অপৰাধী, সিহঁতৰ নিচিনাই। কোনো চোৰ বা অন্য অপৰাধী নহয়।

দুই এজনে তাক প্ৰশ্ন কৰিছিল, পিছে ক'ৰ পৰা আহিছিল, ঘৰ ক'ত ইত্যাদি।

মিনাৰাম উত্তৰ দিয়েই ক্ষান্ত হৈছিল। পুলিচৰ লগত দেখা হোৱা আৰু থানাৰ হাজোত সকলো তাৰ অচিন পৰিবেশ আছিল আৰু নিজকে এনে এটা অৱস্থাত বৰ আচহুৱা, অনুভব কৰিছিল।

তাৰ পিছত গিৰ গিৰ কৰি থানাৰ হাজোতৰ পৰা মানুহজাকক উলিয়াই লৈ যোৱা হল আৰু থানাৰ প্ৰাঙ্গনত থকা ট্ৰাক এখনত সকলোকে তুলি লৈ জেলৰ হাজোতলৈ লৈ যোৱা হল।

মিনাৰামে ভাবিছিল, আজি কৰবাত মুকলি ময়দানত সিহঁতক মুকলিভাবে বিচাৰ কৰি শাস্তি দিব, হয়তো ফাঁচি দিব। হয়তো এৰিও দিব পাৰে। কিন্তু এৰি যে দিব, সেইটো মিছা। অন্তত মিনাৰামক এৰি নিদিয়ে। সিটো পহেলা নম্বৰৰ অপৰাধী। যি পুলিচৰ লগত টোকোনডাল লৈ টনা আঁজুৰা কৰিছিল। সহায় পুলিচ নহা হলেতো সি কিজানি পুলিচটোক চহৰৰ গেলা নৰ্দ্দমাতে পেলাই দিলেহেঁতেন, তাৰ পিছত ভিৰাই লৰ দিলেহেতেন মেটেকা ঘাটলৈ আৰু তাৰ পিছত পোনচাততেই ঘৰ ওলাল গৈ হেঁতেন। কিন্তু এই বোৰ সকলোৰে মূৰ মাৰি দিলে সহায় পুলিচ কেইজনেহে। হাজোতত লগৰ-লগৰীয়াবে সোমাই মিনাৰামে মনত দুখ কৰিছিল, সি ম'হ যুঁজ চাবলৈহে আহিছিল। কিন্তু হাজোতত সোমাই তাৰ বেয়া লগা নাই। নতুন পৰিবেশৰ লগত পৰিচয় হৈ তাৰ ভালহে লাগিছিল। ইটো, সিটো, প্ৰত্যেকটো কথাই তাৰ বাবে নতুন আৰু শিকিবলগীয়া হৈ

পৰিছিল। তাৰ অনুসন্ধিৎসু মনে শিকিবলৈ হে বিছাৰিছিল। কত দিনৰ পৰাই সি এইবোৰ নজনা কথা জানিবলৈ সা সুবিধা বিছাৰি ফুৰিছে। তাৰ মনত কেৱল ম'হটো, পথাৰ আৰু ঘৰখন।

কিন্তু মিনাৰামৰ মনলৈ খেদ আহিছিল, সি ঘৰত কৈ আহিবলৈও নহল, ঘৰত চাগৈ বিচাৰ খোচাৰ কৰিব পায়, বায়েকৰ ঘৰত থাকি আহিল বুলিও ভাবিব পাৰে। শহুৰেকৰ ঘৰলৈ যোৱা হলেতো ঘৰত সোমাইহে গলহেঁতেন। সাঁউত কৰে তাৰ সন্তানটোলৈ মনত পৰিল। পানী কেচুৱাটোৰ আত্মাই চাগৈ বাপেকক বিছাৰিছে। আৰু ঘৰৰ ঘৰোৱাহীয়ে তাৰ হাজোতত সোমোৱা কথা গম পালে বা কি ভাবিব। কিবা অপৰাধত মিনাৰাম হাজোতত সোমাল। আৰু পথিলী ? তাইতো বাঁউচিজুৰি কান্দিব। তাইৰ গিৰিয়েক মিনাৰাম যে এটা চহা, এটা অভ, তাই ভালকৈয়ে জানে। সি যে দেশৰ কাৰণে হাজোতত সোমাইছে, এই কথা সদৰী হওঁতে হওঁতে কেবা দিনো যাবগৈ।

মিনাৰামে একলিখিযা মূৰে কপালে হাত দি বহিল। কিন্তু তাৰ মনত এইটোৱে শান্তি আছিল যে মাৰ খাই তাৰ দেহাটো তেজেৰে লুতুৰীপুতুৰী হোৱা নাই। কাৰণ তাৰ ওচৰতে থকা লগৰীযাবোৰে বিষত কেঁকাই আছে তেতিযাও। ওচৰত হাবী থকা হলে সি বনদ্বৰব এটাকে সিহঁতক দিব পাৰিলহেঁতেন। ঘিটমিটকৈ এন্ধাৰ হাজোত-খনত সিহঁত কাণে-নাকে কিবা এটা গুজি শুই পৰিল যদিও কাৰোৰ চকুত টোপনী নাহিল।

পিছদিনাখন সিহঁতক আকৌ গাড়ী এখনত তুলি কাছাৰিলৈ লৈ অনাহল। তাত সকলোৰে বিচাৰ হৈ দণ্ড হল।

মিনাৰামৰ তিনি মাহ কাৰাদণ্ড হল।

কথাটো বুজিল যদিও মিনাৰামৰ বাবে ই নতুন ঘটনাই হৈ পৰিল। হয়তো হাজোতৰ পৰা অন্য এটা হাজোতলৈ লৈ যোৱা হব। মিনাৰামৰ মনতে ঘেলালে, সেইটো হাজোতেই বা কেনেকুৱা ?

## চাব্বিশ

ইদিনাখন মিনাৰামৰ কাৰাদণ্ডৰ কথা অন্ত সকলোৰে সৈতে চহৰ খনত বিয়পি পৰিল। কিন্তু মিনাৰামৰ নাম প্ৰখ্যাত হৈ পৰিছিল এই কাৰণেই যে তাৰ কাৰাদণ্ড অন্যান্য সকলতকৈ দীৰ্ঘ দিনৰ আছিল। হয়তো বহুতে ভাবিলে, স্বৰাজৰ সি এটা নেতাই। কিন্তু মিনাৰাম কোন, কোন গাঁৱৰ মানুহ, কিমানটা বক্তৃতা দিছে, এই বোৰৰ সঠিক বৰ্ণনা কোনেও নিবিছাৰিলে বা নেপালে।

তাৰ পিছত এই কথা অহুকাণে পহুকাণে বাগৰি গৈ সহস্ৰ কাণ হ মিনাৰামহঁতৰ গাঁৱৰ বৰ আলিটোৰ গৰীয়া গাঁবত ৰাষ্ট্ৰ হৈ পৰিল। সকলোৱে কণাকণি কৰিবলৈ ধৰিলে, মিনাৰাম জিলালৈ কেতিয়া গৈছিল ? এৰা, দিনটো আমি এইফালে তাক দেখাও নাই।

ওচৰৰে চুবুৰীটোত কথাবাৰ বিয়পি যাবলৈহে পালে, কিছুমান মাইকী মানুহে ক'লে—

মিনাৰামে ৰাতিপুৱা ম'হযুঁজ চাবলৈ যাওঁতে কাবোবাক কাবোবাক মাত লগাইছিল। কিন্তু তেতিয়া দিহাদিহি বৰ আলীৰ লৰা সব ম'হ যুঁজ চাবলৈ গলেই।

কিছুমানে ভাবিলে, বোধকৰো ম'হ যুঁজ চাবলৈ গৈ গৈ সি জিলালৈও ম'হ যুঁজ চাবলৈহে গলগৈ হবলা। আৰু তাতে সিহঁতৰ জাকত ইযাকো ধৰি লৈ গৈ হাজোতত সুমুৱাই থলে।

কাৰণ গাঁৱৰ সবেই জানে, মিনাৰাম এনে ধৰণৰ আন্দোলনত কেতিয়াও যোগ দি পোৱা নাই, আনকি আন্দোলন বোৰৰ ভুভাই সি নেপায়। হাবীখনত সোমাই থাকিলে সিনো বাৰু এইবোৰৰ খবৰ পায় নে ? আৰু স্বৰাজ আন্দোলন গাঁৱৰ বাহিৰত নগৰে, চহৰেহে হৈছে। কিন্তু কতা, মিনাৰামটো জিলাৰ চহৰখনকে দেখা নাই। নহয়, কথা অন্ত কিবাহে।

মিন্যৰাম চহা হলেও, ভিকছু হলেও, সক হলেও গোটেই ৰৰআলীটোত মিনাৰাম আলোচনাৰ এটা থল হৈ পৰিল।

তেতিয়া মানে বাতৰি গৈ মিনাৰামৰ মাজু ককায়েকৰ কাণত পৰিল। মাজু ককায়েক একলিখিয়া মূৰ্চ্ছিত হবৰ উপক্ৰম হৈছিল যদিও পিছ মূহুৰ্ত্ততে জানিব পাৰিলে যে সি কোনো বেয়া অপৰাধত অপৰাধী নহয়। দেশৰ মানুহে স্বৰাজৰ বাবে শোভাযাত্ৰা কৰিছিল আৰু মিনাৰামো তাতে আছিল। সেইবোৰ স্বৰাজী মানুহবোৰৰ লগতে মিনাৰামকো ধৰি লৈ গল আৰু বিচাৰত তিনিমাহৰ কাৰাদণ্ড দিলে।

কিন্তু মিনাৰামৰ মাজুককায়েকে মিনাৰামৰ বতৰা দিবলৈ পখিলীহঁতৰ ঘৰ পালেগৈ। ইতিমধ্যে তাতো এই বাতৰি প্ৰচাৰ হৈ মিনাৰাম আলোচনাৰ বস্তু হৈ পৰিছিল। বহুৱে বহু ধৰণৰে আলোচনা কৰিলেও মিনাৰামক সকলোৱে প্ৰশংসাহে কৰিলে। কিন্তু পখিলীৰ মনত আনন্দই ভুমুকী মাৰিলেও মিনাৰামৰ তিনিমাহৰ অনুপস্থিতি মনোকষ্টৰ কাৰণ হৈ পৰিল। কাৰণ, পখিলীয় মাজে সময়ে ৰবৰুৱাৰ আলোচনাৰ পৰা জানিব পাৰিছিল যে দেশৰ কাৰণে, ৰাইজৰ কাৰণে কাৰাবৰণ নকৰিলে ৰাইজৰ কাম নিসিজে। তথাপি পখিলীৰ হিয়াৰ আকাশত এচমকা ক'লা ডাৱৰ যেন অনুভৱ হল।

মিনাৰামৰ মাজু ককায়েক যেতিয়া পখিলীহঁতৰ ঘৰৰ পৰা নিজৰ ঘৰ পালেহি, তেতিয়া ছুপৰীয়াৰ লগালগি হৈছে। পিৰালিৰ চুকতে ডখৰি পিৰাখনতে বহি মিনাৰামৰ কথা ভাবিছিল। মিনাৰামৰ মাজু ককায়েকে স্বৰাজ ইত্যাদি নুবুজে। কৰবাত যদি কিবা হৈছেও তেওঁ এইবোৰ নেজানে। ভাল কামৰ কাৰণেই হওক বা দেশৰ স্বাধীনতাৰ কাৰণেই হওক, মিনাৰামহঁত মিনাৰম হৈয়েই থাকিব। ম'হ চৰাবই লাগিব, খেতি কৰিবই লাগিব আৰু ঘৰৰ এই মখা মানুহ পোহপাল দিবই লাগিব।

এতিয়া যেন মিনাৰামৰ কাম খিনিও মাজুককায়েকেই কৰিব লাগিব। অন্ততঃ কালিৰ পুৱাৰ পৰা ম'হটো চৰাবলৈ মাজু ককায়েক যাবই লাগিব। বাম শইচ খিনিও কৰিব লাগিব।

কণমইনা ডাঙৰ হৈছে যদিও মিনাৰামৰ লগত ফেৰ মাৰিব পৰা হোৱা নাই। দেশৰ চিন্তা মূৰত লৈ মাজুককায়েক ডখৰি পিৰাখনতে তেতিয়াও বহি আছিল। ভায়েক জেললৈ গৈছে, অন্ন এতিয়া কাৰোৰ মুখত নুঠে।

মাজুবৌৱেক একলিখিযা মৰা মানুহজনী হৈ পৰিল। দেৱৰ মিনাৰাম তাইৰ বৰ মৰমৰ। ন'বৌৱেক হৈ আহিবৰে পৰা মিনাৰামে মাজুবৌৱেকক আজিলৈকে সমীহ কৰিযেই চলিছে। কোনো এদিন তিতা মাত বা কেটেৰা জেঙেৰা কৰা নাই। মাজুবৌৱেক যেন মিনাৰামৰ প্ৰাণকেন্দ্ৰ। মাজুবৌ নহলে তাৰ মুখত কথাই নোলায। সকলো কথাতেই সি মাজুবৌৱেকক বিচাৰিবই। মাজুবৌৱেকক আলচ নকৰাকৈ সি কোনো কামেই নকৰে। আৰু মাক ঢুকাবৰে পৰা মাজুবৌৱেকেই তাৰ মাকৰ ঠাই অধিকাৰ কৰি আছে। সৌ-সিদিনা সি পখিলীক বিয়া কৰিছিল হে। চেঙা মিনাৰাম এতিয়া জেলত, হওঁতে চোৰ হৈ জেললৈ যোৱা নাই, অপৰাধ কৰা নাই, স্বৰাজৰ কাৰণে জেললৈ গৈছে, ৰাইজৰ স্বাৰ্থৰ কাৰণে জেললৈ গৈছে।

মাজুবৌৱেকে ভাবিলে, কিন্তু মিনাৰাম জিলা কেনেকৈ পালেগৈ। সিতো জিলালৈ কোনো দিনেই যোৱা নাই। এইবোৰ কথা মিনাৰাম আহিলেহে গম পাব। মিনাৰামক বেৰিকুৰি এইবোৰ কথা সুধিব।

মাজুবৌৱেকে ইতিমধ্যে দেখিলে, সিহঁতৰ পদুলীয়েদি এজাক স্বৰাজৰ বগা কাপোৰ পিন্ধা মানুহ সোমাই আহিছে, তাৰ ভিতৰত নকুল চোৰৰ বাহিৰে আৰু এজন গাঁৱৰ মানুহৰ বাহিৰে মাজুবৌৱেকে কাকো চিনি নেপালে।

মানুহজাক হাঁহি হাঁহি সোমাই আহিছিল আৰু মিনাৰামৰ মাজু

ককায়েকক নমস্কাৰান্তে ধন্যবাদ দি দি মিনাৰামৰ ভূৰি ভূৰি প্ৰশংসা কৰিবলৈ লাগি গল। ইমানজাক ডাঙৰ মানুহ, অচিন মানুহে মিনাৰামক বা কেনেকৈ চিনি পালে বা মিনাৰামক কিয় প্ৰশংসা কৰিলে বুজিব নেপালে, আনকি মানুহ জাকলৈ চাই থৰ লাগিছে বল। ভিতৰৰ পৰা মাজুবোৱেকে ভখৰি পিৰা আৰু কেইখন কণমইনাৰ হাতত উলিয়াই দিওঁতেহে মাজু ককায়েকৰ চেতনা হুল যে আলহীক সি সোধপোছেই কৰা নাই। লৰালৰিকৈ ভিতৰৰ পৰা বহাৰ সুবিধা আনি দি ৰাইজৰ একাষে তেওঁৱো বহিল। ৰাইজৰ মাজৰ পৰা এজনে এজনে মিনাৰামৰ কাৰাদণ্ডৰ কথা উল্লেখ কৰি ঘৰ পা-পৰিয়ালক ধন্যবাদ জনালে। আৰু জাকৰ পৰা দুই এজনেও হাঁহি হাঁহি শলাগিলে। মিনাৰামৰ মাজু ককায়েকৰ মোলান মুখ দেখি জাকৰ পৰা অন্য এজনে ক'লে, দেশৰ বাবে জেললৈ যোৱা মহৎ কাম, জন্মভূমি ৰক্ষাৰ্থে যি স্বাৰ্থ বলিদান কৰিব পাৰে, সি স্বৰ্গবাসী। জননী জন্মভূমিশ্চ স্বৰ্গাদপী গৰিযসী। এনুৱা পুণ্যকাম মিনাৰামে কৰিছে। মহাত্মা গান্ধী, জৱহৰলাল নেহেৰু, গোপীনাথ বৰদলৈ প্ৰমুখ্য বিখ্যাত নেতা সকলেও দেশৰ কাৰণেই কাৰাবৰণ কৰিছে। ইমান মহৎ কাম কৰিবলৈও ভাগ্য লাগে।

জাকৰ মাজৰ পৰা নকুলচোৰেও মাত লগালে, "সি আমাৰ গাঁৱৰ নামৰাখিলে, বংশৰ মুখ উজ্জলালে।"

মিনাৰামৰ মাজুককায়েকে নকুলচোৰলৈ চালে।

ইতিমধ্যে গোটেই জাক মানুহেই মিনাৰামৰ মাজু ককায়েকক নানান প্ৰকাৰে বুজনি আৰু সান্ত্বনা দিবলৈ ধৰিলে। চিন্তা কৰিবৰ কোনো কাৰণ নাই। দেশৰ মঙ্গলৰ হকে, ভাৰতৰ স্বাধীনতাৰ হকে মিনাৰামৰ এই বৰগুণ চিৰকাল ভাৰতৰ বুৰঞ্জীত লিখা থাকিব। মিনাৰামৰ ককায়েকক আৰু দুবাৰমান কথা কৈ শলাগি সকলো দিহাদিহি যাবলৈ ওলাল। মাজু ককায়েকে ভাবিলে, কালিলৈ পুৱাতে জিলালৈ গৈ ভায়েকক দেখা কৰি আহিব। তাৰ ভায়েক,

তাৰ একমাত্র ভায়েক চৰকাৰৰ বন্ধ ঘৰত আছে। আৰু তাৰ পানী-কেচুৱা সন্তানে আহাৰ বিছাৰিছে, মাক পখিলীয়ে তাৰ বাপেক মিনাৰামক তাৰ সন্তানৰ আহাৰৰ বাবে অনুসন্ধান কৰিছে আৰু সি আছে জেলত।

তেতিয়া মিনাৰামহঁতৰ চোতাললৈ সন্ধিয়াই কঁপি কঁপি চুলিটাৰি মেলি ৰৰমাল্যলৈ নামি আহিছে।

## সাতাইশ

কাছাৰিৰ বিচাৰ শেষ হলত তিনিমাহৰ কাৰাদণ্ড মূৰত লৈ যেতিয়া মিনাৰাম নগৰ নগৰীয়াৰে জেইললৈ বুলি চৰকাৰী গাড়ীত উঠিল, তেতিয়া মিনাৰামৰ মনত আনন্দই লাগিছিল, অন্তত স্বৰাজৰ মানুহ কেইজন তেওঁৰ লগত থাকিব। এতিয়া জেলৰ পৰিস্থিতিৰ বাহিৰে মিনাৰামৰ অন্য কথা ভাবিবলৈ নাই। ঘৰ কৰবাতে পৰি থাকিল, পখিলীৰ যদি কিবা বিঘিনাও ঘটিছে বা ৰ'াউচি জুৰি কান্দিছেও তেন্তে সি নিৰুপায়, এতিয়া সি যমৰ ঘৰলৈ যোৱাৰ দুৱাৰ দলিত, জীৱনৰ সৰ্ব্বস্ব কাতি কৰি সি যাবলৈ ওলাইছে এনে এটা পথলৈ, য'ত এই জীৱনৰ মায়াই পৰশ পেলাব নোৱাৰে। চৰকাৰৰ দৃষ্টি পৰা আৰু যমৰ দৃষ্টি পৰা একে। জেললৈ নিজে সোমাই যোৱাৰ বাহিৰে তাৰ গত্যন্তৰ নাই।

সি জাকৰ মাজত একধ্যানে ভাবি গৈছিল জেলৰ নতুন পৰিস্থিতিৰ কথা। হয়তো এনেকুৱা এটাই হব, যে এটা নিৰ্দ্দিষ্ট এলেকাত তাক নঙলা দি পদুলীমুখ বন্ধ কৰি তাকো বন্দী কৰি থব। আৰু কাবোৰ সতে কথা পাতিবলৈ নিদিব। হয়তো বদ বৰষুণ তাৰ মূৰত পৰক, তাৰ বাবে চৰকাৰৰ ফালৰ পৰা কোনো বাধা নাই। স্ত্ৰীপুত্ৰ, সঙ্গহান হৈ কটাই দিয়াটোৱেই চৰকাৰৰ ফালৰ পৰা ই এটা শাস্তি তাৰ কাৰণে।

হয়তো হাবিৰ মাজত সোমাই থকা তাৰ ঘৰটোৰ দৰেই তাৰ এই বন্দী জীৱন। তাৰ চাৰি বেৰৰ বাহিৰ হোৱাৰ অনুমতি নাই। নঙলা খুলি কোনোবা আহি তাৰ দিনটোৰ আহাৰ, চেলেউ দি যাবগৈ। আৰু সি দিনৰ দিনটো তাতে ক্ষণ গণি কটাই দিব তিনিটা মাহ। তাৰ বাৰীৰ চাৰিঢাপ ওলাব নোৱাৰিলেও অন্তত. সি বাৰীৰ চাৰি ঢাপৰ সিপাৰে গছবন বোৰ গঁজা আৰু লঠঙা হোৱা দেখি থাকিবলৈ পাব। চৰাই বোৰ উৰি যোৱা গম পাব। বাৰীৰ সিপাৰে থকা গৰুৰ হেম্বেলনী শুনিবলৈ পাব। আৰু মানুহ ? মানুহটো জেলত আছেই। অন্তত স্বৰাজৰ লগৰীয়া কেইজন তো আছেই। বৰং তাৰ হাবাৰ মাজত সোমাই থকা ঘৰটোত বন্দী হৈ থাকিলে যেতিয়া-লৈকে ওলাই চেউনি আলিটো নেপাইগৈ, এটাও মানুহ দেখিবলৈ নেপায়। তাকো, বৰ আলীৰ পৰা অহা বা বৰ আলীলৈ যোৱা মানুহ থাকিলেহে। নহলেনো, নকুল চোৰ বাৰে প্ৰতি জেল খাটি যায়নে ? কিবা দুখ কষ্ট থাকিলে নকুলে চুৰ কৰিবলৈ এৰি নিদিলে হেঁতেন নে ?

চৰকাৰী গাড়ী খন ৰল। জেলৰ দুৱাৰখন খোলাৰ লগে লগে, লগে ভাগে মিনাৰামো নামিল আৰু জেলৰ চৌঢাপত সোমাই পৰিল। সোমাযেই প্ৰকৃত জেলৰ ঘৰটো সুমুৱাৰ আগতে এটা সৰু অফিচত সকলো মানুহ খাপ পাতি বৰ লগীয়া হল। তাত সকলো থিকনা নাম লিখাৰ পিছত হে জেলৰ ভিতৰলৈ সোমাইগৈ কি পৰিবেশত থাকিব লাগিব, মিনাৰামৰ বুজিবলৈ বাকী নেথাকিল।

দুই ঘৰৰ মাজৰ ৰুদ্ধ অথচ ঠেক গলিয়েটোৱেদি সোমাই গৈ যেতিয়া অন্য এটা ঘৰ পালেগৈ, তাতে সকলো ৰল। জেলৰ ৰখীয়াজনে ঘৰটোৰ দুৱাৰখন খুলি দি মানুহ জাকক সোমাবলৈ ক'লে।

ওখ দেৱালৰ পকি ঘৰটো মিনাৰামৰ খন্তেকৰ বাবে হলেও ভাল লাগি গল। কিন্তু শ্বাস যেন ৰুদ্ধ হৈ আছে, বহু যুগৰ বন্ধ কুঠৰীৰ বন্দী বতাহত যি এটা দুৰ্গন্ধ থাকে, মিনাৰামৰ নাকত আহি লাগিল।

খিড়িকী, দুৱাৰ মেলি দিলেই বোধ হয় ঘৰটোৰ বন্ধ বতাহখিনি ওলাই যাব আৰু বতাহ চলাচল কৰা ঘৰৰ দৰে থাকিব পৰা যাব। মিনাৰামৰ মনত লাগিল, যেন সি কোনোবা পুৰণি ৰাজপ্ৰাসাদ বা ৰজাৰ হাউলিতহে থাকিবলৈ আহিছে। দুৱাৰ, খিড়িকী মেলি দিলেই ঘৰটো মুকলিহৈ পৰিব আৰু বাহিৰৰ বতাহ সেৱন কৰি কৰি তিনিটা মাহ কটাই দিয়াত অকনো অসুবিধা নহয়। কিন্তু বহুত চাই মেলি, চলাথ কৰিও যেতিয়া এখন খিড়িকীও আবিষ্কাৰ নহল, মিনাৰামৰ তেতিয়াহে গাত লাগিল। যিদৰে ভাবিছিল সেইদৰে এই পকী ঘৰটো সজা নাই। এইটো বন্দীশাল কৰিযেই সাজিছে। দুৱাৰত ওলাই ইফালে সিফালে ঘূৰিবলৈ দুৱাৰত চোকা প্ৰহৰী, ওলাবৰ আদেশ নাই।

আঘাট প্ৰাপ্ত আটাই কেউজনেই হয় বহি পৰিছিল, নহয় তটা মাটিতে দীঘল দি দিছিল। মিনাৰামৰ ভাবি থকা সময়টো শেষ হবলৈ বাট চোৱা নাছিল। তলত পাৰি লবলৈ বা গাত লবলৈ তেতিয়া-লৈকে কোনোও ব্যৱস্থা হোৱা নাছিল। কাৰণ, এওঁলোক ইংৰাজৰ চকুত আছিল বিদ্ৰোহী স্বৰাজ বিছৰা মানুহ। যদিও ৰাজনৈতিক বন্দী তথাপি তেওঁলোকৰ প্ৰতি আলহীৰ মৰম দেখুওৱা হোৱা নাছিল। কিন্তু মিনাৰাম আছিল টান আৰু দগধা, সৰু সুৰা ভাগৰ বা কষ্ট লৈ কেৰেপকে ন কৰে। পিঠিত পুলিচৰ দুই এটা মাৰ, মিনাৰামৰ বাবে মাঘ মাহত মেজিলৈ কান্ধবৈ নিয়া কষ্টতকৈও লঘু। অন্য কেইজনৰ আঘাটলৈ চাই মিনাৰাম সুস্থীয়া মানুহ। কিছুপৰ ঠিয় হৈ অৱশেষত মিনাৰামো বহিল। আগদিনা হাজোতত সকলোৰে লগত চা-চিনাকী হৈছিল। এতিয়া আৰু চা চিনাকী হবলৈও নাই। মাথো বাট চাইছে নিৰবে ইয়াৰ পিছৰ অৱস্থাতো কি। মাৰ ধৰেই হয়নে, ভাত মুঠিৰে যোগাৰ হয়, অন্ততঃ চেলেউ এটাৰ যোগাৰ, ইতিমধ্যে হোৱা হলে ভাল আছিল, কিন্তু সেইফালে কোনো খা-খবৰেই নাই। ওলাই যাব পৰা হলেও কৰবাত কিবা এটা সুবিধা

কৰিব পৰা গলহেঁতেন। কিন্তু দুৱাৰ মুখতে বৈ থকা মানুহটোৰ পৰাহে দিগদাৰখন হল, অন্ততঃ বন্দুকটো লৈ থকাৰ পৰা। কোন সময়ত ফুক্কৃ কৰে গুলিটো ওলাই গলে বুকুখন বুকুহৈ থাকিবনে আমঠু সৰকি গুচি যাব। চেলেউ বিছৰাত মুদা মৰিব। মিনাৰামে অস্বস্তি বোধ কৰিবলৈ ধৰিলে। আৰু মুখতে ভোৰ ভোৰাই উচ-পিচাই আছিল। ওচৰতে দাঙ্কোপ মৰা মানুহ এটাই ক'লেই, "হেৰা, ককাই, এইখন জেলখানাহে, তোমাৰ ঘৰৰ ওচৰত থকা ঘুমটিখন নহয়, চিঞৰ দিলেই চাহ বিৰি, তামোল আহি যাব।"

মিনাৰামে তাৰ কথালৈ কাণ নকৰিলে। মানুহক খাবলৈ নিদি মাৰিবনে। এনে কথাই হব নোৱাৰে। খাবলৈ নিদি জেলত ৰখা হলে। 'নকুল চোৰ দেখোন ওলাই যাওঁতে নোদোকাটো হৈ যায়।

কিন্তু ঘৰটোৰ ভিতৰতে কিমান সোমাই থকা যায়। লৰচৰ কৰিবলৈ তো পাব লাগে। এপাক মাৰিযেই আহিলোহেঁতেন, যত হল এই দুৱাৰ মুখত বৈ থকা আপদীযাটোৰ পৰা। কটাতো এবাৰ মোৰ মুখলৈ চাব নেপায়নে। চাইছে সেই বৰ পেতাল পেতাল স্বৰাজ বিছৰা কেইটালৈ হে। সেই কেইটাৰ ওপৰতহে তাৰখ৲। ই৲ৰাজবোৰে তাক শিকাই দিছে চাগৈ তেনেকুৱা পেতাল আৰু নাকদীঘল মানুহ বোৰেই ভযানক। টুপী আৰু বগা চোলা সিহঁতৰ গাত থাকিবই। মিনাৰামৰ গাত মাঘবিহুৰ নতুন চোলাটোৰ বাহিৰে একো নাই। চুৰিয়াখনো ককাইডেবে বজাৰৰ পৰা কিনি অনা। মূৰত টুপীতো নায়েই। ৰঙা আঁচুৰ গামোছাখন মৰা আছে। এই প্ৰহৰীটোৱে মিনাৰামক সেই পেতাল স্বৰাজী কেইটাৰ ভাত ৰান্ধনী বুলিয়েই ভাবিছে হবলা। পাহৰিও তাৰ ফালে এবাৰ দৃষ্টি নিক্ষেপ কৰা নাই। আচলতে সিহে একনম্বৰ দাগী। পুলিচৰ লগত লাঠিডাল লৈ মিনাৰামেহে টনাআঁজুৰা কৰিছিল আৰু সেইবাবেই তাৰ হৈছিল কাৰাদণ্ড তিনিমাহ। সব ওলাই গলেও মিনাৰামেই অকল থাকি

যাব। তেতিয়াহে এইটোৱে বুজিব, মিনাৰাম কিমন স্বৰাজী ইংৰাজৰ কিমান ভয়ানক শত্ৰু।

চাকিবস্তি জ্বলাৰ আগতে ৰাতিৰ আহাৰহে আহিল। ভাত বোৰত মাৰ বোৰ ভাহি আছে। অমিতা পাছলিৰ আঞ্জা। দাঁতিত লোন আৰু জলকীয়া। অন্যই খাব়ক নেখাব়ক, মিনাৰামে মন কৰা নাই নিজে খোৱাত লাগি গল। ভাত কিটা নহলে নিশালৈ মিনাৰামৰ মৰণ নহয়, টোপনীৰ হে মৰণ। সুদাপেটে পৰি থাকিলেনো টোপনী আহিবনে। কিন্তু আধা খোবাৰ পিছত মিনাৰামে মূৰ তুলি চাই দেখে, বাকী কেইজনে খাবলৈ ৰুচি পোবা নাই আৰু দেখিলে তেওঁ-লোকে মিনাৰামৰ গোগ্ৰাসে খাবলৈ লোবা একান্ত ভাবে চাই আছে। ইতিমধ্যেই মিনাৰামৰ পাতৰ তলি পাইছিলগৈ। তুনাই ভাত এথান মিনাৰামৰ অপৰিহাৰ্য্য আছিল, কিন্তু তাৰ ঠাইত পানী এঘটিহে পালে। তাৰ পিছত উগাৰ এটা মাৰি মিনাৰামে তামোল আৰু চেলেউ লৈ বাট চালে। তামোল নহলেও অন্তত চেলেউ হলেও হব, কিছু পৰ যোৱাৰ পিছত আকৌ ভাবিলে, যদি চেলেউ নাই, বিৰি হলেও হব। সৰ্ব্বশেষত কিন্তু একো নাহিল। ইপিনে মিনাৰামৰ সময় নেযায় সুপুৰায়। উঠি গৈ খবৰ কৰি আহিবলৈ দুবাৰ মুখৰ প্ৰহৰীটোবে দুৱাৰদলিটো ভেটি আছে। এবাৰ তাৰ কাষলৈ আহি বাহিৰলৈ চোৱাচিতা কঁৰোতেই এনে এটা ধমক দিলে, মিনাৰাম আহি বহিল। তাৰ পিছত লেম-চাকী নাকী নাই, খন্তেক পিছতে বাহিৰৰ পৰা দুৱাৰখন কট্‌কটিয়াকৈ বন্ধ কৰি পেলোৱা হল। ৰাতি-পুৱালেহে দুৱাৰ যে খুলিব, দুবাৰ মৰাৰ কৌশলটো দেখিয়েই মিনাৰামে বুজিলে আৰু চেলেউৰ আশা ৰাতিপুৱালৈহে থলে। ভাত দিছে যেতিয়া, চেলেউ দিবই।

মিনাৰামে গাঁৱৰ ঘৰৰ কথা ভাবিব খুজিছিল আৰু অলপ ভাবিছিলো, কিন্তু জেলৰ অচিনাকী টোপনীয়ে অচিন ৰূপে ঠিয় হৈ কেতিয়া যে হেঁচি ধৰিলে, ৰাতিপুৱালতহে গম ধৰিব পাৰিলে।

এইদৰে জেলত দিন যাবলৈ ধৰিলে মিনাৰাম আৰু তাৰ লগৰীয়াৰ। মিনাৰামৰ আৰু চেলেউ নাহিল।

কিন্তু মিনাৰামৰ বহিৰ্জগতৰ সকলো কথা পাহৰাই দিলে স্বৰাজী সকলৰ নিতৌ বহা শিক্ষা দানৰ বক্তৃতাত, যেন জেলৰ ভিতৰত পঢ়াশালী এখনহে স্থাপন হল। ঘণ্টাৰ পিছত ঘণ্টা ধৰি পঢ়াশালীত বক্তৃতা চলিল। এজনৰ পিছত এজনকৈ সকলোৱে যেন পাল পৰে আৰু পালে প্ৰতি বক্তৃতা দিবলৈ আৰম্ভ কৰে। কিন্তু মিনাৰামৰ পাল নপৰে, বক্তৃতা শুনিবলৈহে এক লেকাট পাল পৰি আছে।

মিনাৰামে এইবোৰ নুশুনা কথা শুনিলে। বক্তৃতাত এনে কিছুমান মানুহৰ নাম শুনিলে যিবোৰ মিনাৰামৰ কাণত বিদেশী যেন লাগিল। তাৰ পিছত এবাৰ মনৰ খুতুৰণী মাৰিবলৈ মনে মনে এচুকত বহি থকা এজনক সুধিযেই পেলালে, "বোলো, সেই যে কৈছে, গান্ধী গান্ধী বুলি, সেইজননো কোন ?"

মিনাৰামে উত্তৰ পালে আৰু যিজনক সুধিছিল তেওঁ মনে মনে সকলোৱে কাণ চোৱালে যে এই মিনাৰাম বোলা মানুহটো বৰ চহা আৰু বহুত দূৰৰ গাঁৱৰ পৰা আহিছে। সি যে মহাত্মা গান্ধী, নেহেৰুৰ নামটো যে শুনাই নাই, প্ৰাদেশিক স্বৰাজীৰ মানুহবোৰৰো নামো শুনা নাই, আনকি তাৰ গাঁৱৰ তেনেই ওচৰত থকা স্বৰাজী ভলণ্টিয়াৰৰ নামটোও শুনা নাই। গতিকে ইয়াক ভালকৈ পঢ়াই শুনাই এবাৰ পঠিয়াব পাৰিলে দূৰৰ গাঁৱৰ ভিতৰুৱাল মানুহৰ মাজত ইয়ে স্বৰাজীৰ প্ৰধান কেন্দ্ৰ হৈ পৰিব। যিহেতু, চহাটোও বৰ উৎসুক গতিকে অতি শীঘ্ৰেই ই সকলো আয়ত্ত কৰি পেলাব পাৰিব।

ইয়াৰ পিছত শিক্ষা চলিল মিনাৰামৰ মনৰ ওপৰত, শিক্ষা চলিল মগজুৰ ওপৰত, শিক্ষা চলিল দেহাৰ ওপৰত। অৰ্থাৎ মিনাৰামে যেনিবা শিক্ষা লভিলে মুনিৰ আশ্ৰমত, আৰু পৰীক্ষাও দিলে আৰু হাতেৰে ইংৰাজী আখৰ কেইটা লিখিবলৈও শিকিলে। অসমীয়াত হাত আছিল, যিহেতু মিনাৰাম পাঠশালা পাছ কৰি থৈছিল।

কিন্তু মাজে মাজে মিনাৰামৰ মনটো অতিষ্ঠ হৈ পৰে ঘৰৰ বাবে নহয়, মাত্র চেলেউ এটাৰ বাবে। গছৰ শুকান পাত মেৰিয়াই চেলেউ কৰিলেও ৰাগটো ভালকৈ নুঠে, কিন্তু উপায় নাই। ইপিনে পেটাল স্বৰাজী কেইজনৰ বক্তৃতাও শুনি আছে, ৰাগীয়াল বস্তু খোৱা নিষেধ।

জেল-জীৱন ক্রমাৎ আৰম্ভ হবলৈ ধৰিলে বক্তৃতা, মাৰ ভাত খোৱা আৰু মাজে মাজে ৰখীয়াবিলাকৰ কটু কথাৰ জাউৰীৰ মাজেদি,

মিনাৰামৰ জেল-জীৱন ক্রমাৎ অসহ্য হৈ আহিল। কিমান শুনিবা বক্তৃতা, একেবোৰ কথাকে পাগুলিয়াই পাগুলিযাই কেৱল সময কটোৱাৰ বাবেহে কৰা হৈছে। তাৰ মাজেমাজে যদিৰামায়ণৰদুই এটা পৰ্ব্ব কলিলহেঁতেন, নতুবা কাৰোবাৰ ঘৰ সংসাৰৰ কথাকে কলেহেঁতেন, সিও যদি কাৰোবাক তাৰ পখিলীৰ পলুবাই অনাৰ পৰ্ব্বটোকে কব পাৰিলেহেঁতেন তথাপি কিছু দূৰ মনৰ দুখ পাতলাব পাৰিলেহেঁতেন।

লাহে লাহে মিনাৰামে অন্য বুদ্ধি পাঙিলে। কি উপায কৰা যায়। দুৱৰীটো এতিযা দুৱাৰ মুখত নথকা হৈছে। স্বৰাজী কেইজনৰ লগতে মিনাৰামেও বাহিৰলৈ ওলাব পৰা হল। সি দেখিলে জেলৰ চৌঢাপৰ ভিতৰত কিছুমান গছ। মিনাৰামে মাজে মাজে মনৰ চখতে এই গছ কেইজোপাত উঠে। ওপৰত উঠি গৈ মনে মনে বহি জেলখানাৰ ভিতৰৰ মানুহবোৰৰ ৰেহৰূপ চায। তাৰ পিছত কোনেও তলকিব নোৱাৰাকৈ লাহে লাহে ওপৰলৈ উঠি যায়। আৰু গছৰ ওপৰৰ পৰা জেলৰ চৌঢাপৰ বাহিৰৰ জগতখনলৈ ভুমুকী মাৰি চায়। বাহিৰৰ মানুহবোৰ ঘোৰ ব্যস্ততাত যাৰ যি কামত পাৰিছে লৰালৰিকে গৈছে। দুই এজনে ৰবপুখুৰীৰ পাৰত হাৱা খাইছে। দুই এটি লৰা ছোৱালী স্কুললৈ গৈছে। মুঠতে বাহিৰৰ জগতখন।

এখন প্রবাহিত নদী, কতো বাধা নাই। আৰু বাহিৰত এতিয়া কতো স্বৰাজীৰ সত্যাগ্ৰহ, শোভাযাত্ৰাও নাই। চৰকাৰ স্থিৰ মতিৰে

চলি আছে। মাত্র সিহঁতহে জেলত আছে। বাহিৰৰ মানুহবোৰে অকনো এবাৰ এইফালে, জেলৰ ফালে মুখ কৰি চোৱা নাই। নিজৰ নিজৰ নিত্য কামত গৈ আছে। জেলৰ মানুহবোৰ যেন সিহঁতৰ কাৰণে কৰবাৰ অবাঞ্ছিত প্ৰাণীহে। সিহঁতৰ চলন্ত গতিক ৰুদ্ধ কৰি থোৱা হৈছে। মানুহবোৰৰ এই মতি দেখি মিনাৰামৰ বৰ দুখ লাগিল। বাহিৰৰ মুকলি আকাশৰ তলত দিনৌ এবাৰ ফুৰি আহিবলৈ দিয়া হলেও নিজৰ মনৰ দুখ লাঘব কৰিব পৰিলেহেঁতেন।

কৰবাৰ মানুহ এটাই হেঁপাহ পলুৱাই বিড়ি এটা হুপিছে। মিনাৰামৰ চকু পৰিল। অন্তত মানুহটোৱে আধাখোৱা বিড়িটো যদি জেলৰ চৌহদৰ ফালে দলি মাৰি দিলেহেঁতেন, মিনাৰামে দুটামান সোপা মাৰিও তৎ পালেহেঁতেন। কিন্তু বিড়ি সোপা মানুহটোৱে এইফালে যে এখন জেল আছে আৰু এই জেলত তাৰ নিচিনা বিড়া খাবলৈ বাট চাই থকা মানুহ আছে, তাৰ গাত, গমেই নোহোৱা যেন লাগিল।

ভালেখিনি পৰ গছৰ ওপৰৰ পৰা মিনাৰামে বাহিৰৰ জগতৰ আলেখলেখ চাই থাকিল।

এইখনেই তাৰ জীৱনত দেখা দ্বিতীয চহৰ। মানুহবোৰে খেতিপথাৰ নকৰে। ভাল কাপোৰ কানি পিন্ধি খোজ কাঢ়ি, খেনো চাইকেলত উঠি অফিচলৈ যায়। এইবোৰ সব ধোদ, আহোম ৰজাৰ দিনৰ সেই ধোদৰ পা-পোৱালী এইবোৰ আজিলৈকে বৰ্ত্তি আছে। টান কাম কৰাৰ ভয়ত অফিচৰ কলম পিহি থাকে। মানুহবোৰৰ কাপোৰ কানি বোৰ চাফচিকুণ যদিও সিহঁতৰ গা নাই, ঠেলা এটা মাৰিলেই কৰবাত পৰি যাব। কিন্তু চহৰখনৰ মানুহবোৰ জাকে জাকে কলৈ যায, ক'ৰ পৰা আহে, কোনো উৱাদিহনাই। ইতিমধ্যে, গছৰ ওপৰৰ পৰাই মিনাৰামে জেলৰ ভিতৰত খুব ঘণ্টা বজোৱা শুনিলে আৰু শ' শ' পুলিচ হাতত লাঠি আৰু বেত লৈ ক'ৰ পৰানো আহিল, মিনাৰামে দেখি চক্ খাই গল। মিনাৰামে এবাৰ ভাবিছিল,

নামি যাব। ঘণ্টা পৰিছে যদি নিশ্চয় বিচাৰ খোচাৰ হব। আৰু তাক নেপালে কথা হয়তো অন্যও হৈ যাব পাৰে। মিনাৰামে তললৈ নামিবলৈ যোজা কৰোঁতেই শুনিবলৈ পালে, কয়েদীবোৰৰ কান্দোন আৰু কয়েদীবোৰ যেনিতেনি পলাবলৈ ধৰিছে আৰু পুলিচবোৰ যাকে যতে পাইছে তাকে উধাই-মুধাই মৰিয়াইছে। খেনোৰ মূৰ ফালিছে, হাত ভাঙিছে আৰু মানুহবোৰ পৰি পৰি গৈছে। চাওঁতে চাওঁতে পুলিচৰ দলটো স্বৰাজী মানুহবোৰ থকা পকীঘৰটোৰ ফালে আগবাঢ়ি আহিল। আৰু স্বৰাজী মানুহবোৰক উধাই মুধাই দুগুণ-উৎসাহেৰে মৰিযাবলৈ লাগি গল। আৰু লগে লগে স্বৰাজী মানুহবোৰৰ চিঁঞৰ বাখৰত পকীঘৰটো কোঢাল হৈ উঠিল আৰু কান্দোন আৰু কেঁকনি শুনি গছৰ ওপৰতে মিনাৰামৰ পেটতে হাতভৰি লুকাবলৈ ধৰিলে। এনে এটা গুৰুতৰ পৰিস্থিতিৰ কথা সি কলপনাই কৰা নাছিল। ভাগ্যে, সি গছৰ ওপৰত আছিল, নহলে সিও এই কুৰুক্ষেত্ৰৰ সৈন্য হব লগীয়া হলহেঁতেন। হয়তো সি লাঠি হাতত ললেহেঁতেন। ফলত আকৌ অন্য তিনিমাহ জেল আৰু লগতে তাৰ পিঠিত মাধমাৰ। ওপৰত নিস্ক্ৰিয় মনে মিনাৰাম বহি থাকিল। আৰু মনতে ভাবিলে, জেলত কয়েদীৰ দেহা ভাঙি পঠিযায় যাতে আগলৈ এনে কাম কৰি জেললৈ পুনৰ নাহে। কিন্তু স্বৰাজী কেইটাক মাৰধৰ কৰাৰ কাৰণ সি বুজিব নোৱাৰিলে। সিহঁত তো কয়েদী নহয, স্বৰাজ যিছৰা দেশ প্ৰেমিকহে। কিন্তু কতা, নকুল চোৰ কেইবাৰ জেলৰ পৰা ওলাই গল, তাৰ ককাল দেহা পৰক চাৰি পোনহে হৈছে। দুগুণ উৎসাহেৰে নিজৰ নিত্য কৰ্ম কৰাত লাগি গৈছে। এইবোৰ কি কথা, একো বুজিব পৰা নেযায়।

মাৰধৰ কৰি পুলিচবোৰ যেতিয়া এটি এটিকৈ গুচি গল, সকলো শাঁত পৰিল। মিনাৰামে এই কথাকাণ্ড একো বুজি নেপালে। লাহে লাহে গছৰ ওপৰৰ পৰা নামিল আৰু হাতত সাৰে ভৰিত সাৰে জেলৰ কোথালৈ সোমাই গল। সোমায়েই দেখে তাৰ আৰ্দ্ধেক

স্বৰাজীৰ চেতনা নাই, যি কেইজনৰ আছে তেওঁলোক কেঁকানিত উস্, আস্ কৰি চট্‌ফটাই আছে। দেহাৰ কোন খিনিত কোনে কিমান মাৰ খাইছে, সেই হিচাব নাই। দেহাটোৰ এনে এটা ভাগ নাই, য'ত মাৰ পৰা নাই।

মিনাৰাম লাহে লাহে তাৰ বৰ ঘনিষ্ঠ স্বৰাজী এজনৰ ওচৰ চাপি বহিল আৰু সুধিলে, এনে হোবাৰ কাৰণ কি? উত্তৰত গম পালে যে সেযা জেলৰ পাগলা ঘন্টি। কয়েদীৰ ভিতৰত হয়তো অবাঞ্চিত আচৰণ প্ৰকাশ পাইছে নতুবা কয়দী পলাইছে। তাৰ বিহিত ব্যৱস্থাৰ বাবে এই পদ্ধতি। মাহেকে-পষেকে কোন সময়ত এই ঘন্টি বাজে বিধাতাই স্বযং নেজানে।

কিন্তু মিনাৰাম সুস্থ হৈ থকাৰ কাৰণ সিহঁতে পিছত বুজিব পাৰি ভালেই পালে, যে চহা মিনাৰাম নিৰ্জ্জু, হোজা, সৰল মানুহ, দূৰৰ গাঁবৰ পৰা আহিছে আৰু সি সিহঁতৰ মাজৰ পৰা স্বৰাজৰ মন্ত্ৰ তাৰ দূৰৰ গাঁবলৈ লৈ যাব আৰু সেই বীজ মন্ত্ৰ প্ৰচাৰিত কৰিব। মিনাৰামৰ ভালে থাবক, মিনাৰামে ভালে থকাটো সিহঁতে সবেই বিছাৰে, মিনাৰাম স্বৰাজীৰ সৰু ভায়েক।

কিন্তু মিনাৰামে সমুখৰ দৃশ্য দেখি সহ্য কৰিব নোবাৰিলে। বৰং তাৰ অন্তৰত প্ৰতিজ্ঞা দৃঢ়তৰহে হল আৰু আন্দোলনৰ কথা তাৰ হৃদযত বদ্ধমূল হৈ পৰিল। স্বাধীনতালৈ কিমান দিন। সি স্বৰাজী মানুহ কেইজনৰ পৰা শুনিছে, কিবা মিচন এটা বোলে বিলাতৰ পৰা আহি গল আৰু সিহঁতে গৈ ভাৰতৰ স্বাধীনতা ঘোষণা কৰিব।

অৰ্থাৎ ভাৰতৰ স্বাধীনতালৈ বেছি দিন নাই।

দিনৰ প্ৰায় ভাগটিত মিনাৰাম গছৰ ওপৰত কটায। আৰু জেলৰ বাহিৰত কিবা আন্দোলন চলিছে নেকি, তাৰ বা-বতৰা লয়। কিন্তু কৰবাত, বাহিৰত যদি আন্দোলন চলিছেও, তাৰ গছৰ ডালটোৰ পৰা দৃষ্টিত নপৰে।

এইদৰে স্বৰাজী জাকৰ পৰা প্ৰায় দহজনমানৰ মুক্তিৰ আদেশ

আহিল আৰু তেওঁলোকক বাহিৰলৈ লৈ যোৱা হল। সকলোৱে তেওঁলোকক বিদায় দি সম্বৰ্দ্ধনা জনালে।

এইদৰে গৈ গৈ শেষত থাকিল পেটাল স্বৰাজী কেইজনহে। নিশ্চয় এওঁলোক দেশৰ গণ্য মান্য মানুহ। দীঘলীয়া কাৰাদণ্ড হৈছে। সিহঁতৰ নামো মিনাৰামে জানে, কোন গাঁও বা কোন চহৰ বা কোন এলেকাৰ পৰা আহিছে, তাকো নিজৰ মনত টুকি থৈছে। কিন্তু মিনাৰামে তেওঁলোকক কেতিয়াও দেখা নাই বা কাচিতো তেওঁলোকৰ নাম শুনা নাই। মিনাৰামে তেওঁলোকৰ লগতে একে সমনীযাৰ দৰেই মহলা মাৰি থাকিল।

যেতিয়া শেষলৈ সেই পেটাল স্বৰাজী কেইজনেও ওলাই গল, মিনাৰাম্ৰ তেনেই অকলশৰীয়া হৈ পৰিল।

শেষলৈ বৈ থকা স্বৰাজীৰ এই আহাৰ মহীয়া কাকিনী তামোলটা মিনাৰামক দেখি পুলিচ এটাই সুধিলে,—

"তেন্তে বিহু মাৰি থাকোতেই ধৰি আনিলে নেকি? বিহু মাৰি থাকিব পাব আকৌ এই স্বৰাজী খনৰ লগ কিয লাগিলি, খাইছ জেলৰ ভাত, চহাটো কৰবাৰ।" মিনাৰামে কথা মেলিবলৈ ভালেই পালে আৰু ক'লে,—

"মই আকৌ জিলাৰ নগৰত ইমানবোৰ মানুহ একে লগে চিঞঁৰি ফুৰা দেখি ম'হ যুঁজ চাবলৈ যোবা বুলিহে ভাবিছিলো।" মিনাৰামে কথা লুকুবালে। এই ছেগতে যদি পুলিচটোৰ পৰা চেলেউ এটা সৰকাব পাৰো, বহুত কামত আহিব। আৰু কৈয়েই মিনাৰামে ছোৱালীৰ দৰে মন বুজিব নোৱৰা পুলিচটোলৈ চাই ঢেক্ ঢেক্‌কৈ হাঁহিবলৈ ধৰিলে।

"হেই, চুপ থাক"—

মিনাৰামে বুজিলে, হয় ছোৱালীৰ মনেই, ধৰা টান। ইমান লেকেটা জীৱনে, আজি তিনিমাহৰ ওচৰ হলহি, জেলতে পচি আছো। মৰম কৰিব নেপাৱনে। কিন্তু মিনাৰামে দেখিলে, পুলিচ

টোৱে জেপৰ পৰা বিড়িৰ মুঠিটো আৰু জুইবাঁহটো উলিয়ালে। মিনাৰামে ভাবিলে, সময়টো বঢ়িয়া, মনটো তাৰ কককাল থাকিলেই হয়। কিন্তু কি জানো, ধমক লগোৱা পুলিচটোৱেই তালৈ বিড়ি এটা আগবঢাই দিলে। মিনাৰামে ছুই হাত পাতি হেপাঁহেৰে বিড়িটো লৈ তাৰ জুই বাহঁতে জলাই দীঘল সোপা এটা মাৰোতে, ডিঙিত চৰ্চ্চৰণী খালে আৰু কাহ এটা মাৰিলে। পুলিচটোৱে ক লে," হেৰ ইমান দিন খাবলৈ নোপাৱা হৈ আছিলিনে, এই জেলৰ বজাৰ খনত, ইমান দীঘল সোপাটো মাৰি গোটেই চাটটোকে লব খুজিছ। বাৰু বাকী কেইদিন বিড়ি পাবি। "কিন্তু কি হব, কালিলৈ তই ওলাবিয়েই দেখোন।"

মিনাৰামে ভাবিলে, পিছদিনাই তাৰ মুক্তি, লৰি ঘৰ পাবগৈ, পখিলীক দেখিব, তাৰ কেচুবা সন্তানটোক কোলাত লৈ মৰম কৰিব। পুলিচ দিয়া কেইটা মান বিড়ি সি হুপিবলৈ ধৰিলে—

## আঠাইছ

পিছদিনা মিনাৰাম যেতিয়া জেলৰ পৰা মুক্তি পাই ওলাই আহিল তেতিয়া তাক সম্বৰ্দ্ধনা জনাবলৈ ভিতৰত আৰু বাহিৰতো কোনো নাছিল। মাত্ৰ পুলিচটোৱে তাক বাটত খাবলৈ এমুঠি বিড়ি আৰু জুইবাহঁটো দিছিল।

মিনাৰাম মেটেকা ঘাটেদি পোনাই ঘৰলৈ বাট ললে। ওবে বাটটোত আহোঁতে তাক এটা মানুহেও চিনি পোৱা নাছিল , মাত লগোৱাও নাছিল। বিড়ি হুপি হুপি যেতিয়া বৰ আলীটো পালেহি তেতিয়া তাক গোটেই গৰীয়াজাকে আগুচি ধৰিলে। আৰু তামোল, চেলেউদি তাক বাটৰ সোঁমাজতে অভ্যৰ্থনা কৰিলে। আৰু কেনেকৈ জেললৈ গল আৰু জেলত বা কি কৰিলে, আন্তোপান্ত সুধি অস্থিৰ

কৰি পেলালে। তেওঁলোকৰ এই প্ৰাণৰ উচ্ছাস আৰু মৰমে যেন মিনাৰামক সিহঁতৰ মাজলৈ আকোঁৱালী লৈ আহিল। বৰ আলীৰ চুকে কোণে সি যত সোমাই আছিল, খবৰ পাই মিনাৰামক চাবলৈ লৰি আহিল। মিনাৰাম যেন স্বাধীনতা যুদ্ধত আহুতি দিয়া এজন বীৰ। মণিক দেৱানৰ ক্ষুদ্ৰ সংস্কৰণ।

বৰ আলীটোত কথাবাৰ্তা সামৰি যেতিয়া মিনাৰাম চেউনি আলীটোত ভৰি দিছে, তেতিয়া তাৰ মনত যেন হুক্ হুক্ কৈ কান্দি দিব এনে ইচ্ছা হল। দুখীয়া মিনাৰামৰ ককাযেকে তাৰ ভাগৰ গোটেই কামখিনি অকলেই কৰিব লগীয়া হৈছে। মাক জীয়াই থকা হলে কান্দি কান্দি মৰিলেহেতেন। ভাগ্যে, আগেই বৈকুণ্ঠ ধাম পাইছিলগৈ।

মিনাৰামে এতিয়া তলমূৰ কৰি তলৌ তলৌ কৈ গৈ আছিল। চেউনিআলীটোৰ দুইপাৰৰ ঘাঁহ বননীকোৰ তাৰ চিনাকী। আঙুলীত লেখ কৰি চালে, আজিয়েই বহাগ বিহুৰ উৰুকা।

পুবাতে গৰু গা-ধুৱা হৈ গৈছে।

মিনাৰামৰ মনটো দুখত, ক্ষোভত আকৌ দোঁ খাই গল।

চেউনীআলীটোৰ এছোৱা গৈছিলহে কণমইনাই ম'হলৈ ঘৰলৈ ঘুৰিছে , তেতিয়া আৰু বেলি মাৰ যাবলৈ বেছি পৰ নাই।

কণমইনাই দূৰৰ পৰাই দেওঁওৰি উঠিল, "দদাইডেউ, আহিলি নেকি ?"

"অঁ, আহিলো," ভালে আছনে ?

"অঁ, আছো," খালি আমাৰ দামুৰি পোৱালীটোহে মৰিল।

কণমইনাই হাঁহি হাঁহি আছিল। অতদিনৰ মূৰত মৰমৰ দদাই ডেউক লগ পাইছে, আনন্দত সি থাকিব পৰা নাই। মহ'টো মিনাৰামে ধৰা হলে ইমান পৰে সি লৰি গৈ মাকক বতৰা দিলেগৈ-হৈঁতেন। কিন্তু সি দদায়েকৰ লগে লগেই গৈ থাকিল।

"হয়নে দদাইডেউ, তই বুলি জেলত আছিলি ?" কণমইনাই

সুধিলে ট্রিপতে। জানোচা, কোনোবাই জেল খোৱাঁ বুলিলে বেয়া বোলে।

"অঁ, স্বৰাজৰ বাবে"।

"আহোম ৰাজত্ব আকৌ ঘুৰাই আনিবিনি, দদাইডেউ"?

"ওৱা, আনিমতো আকৌ, নহলে এনেয়ে জেল খালোনে?"

দুয়ো গৈ যেতিয়া নগুলামুখ পালেগৈ, পিৰালিত আইডেৱে চাই আছিল। তিনিমাহৰ অনুপস্থিতিয়ে তাইক চিন পাহৰাই দিলে।

"আইতা, দদাইডেউ আহিলে"। কণমইনাই মাকক চিঞৰিলে।

মাজুবোৱেক ভিতৰৰপৰা লৰি আহিল আৰু হাঁহি হাঁহি মুখলৈ হাতলৈ, দেহালৈ চাবলৈ ধৰিলে ক্ষীণাইছেনেকি? কিন্তু কতো ক্ষীণোৱা নেদেখি মাজুবোৱেকে ক'লে,

"আজিহে মুক্তি পালানেকি, সৰু ডেকা?"

"এৰা, মইযেই শেষ স্বৰাজীটো জেলত আছিলো"।

"বাকীবোৰ আগেয়ে ওলালে নেকি?"

"অঁ"

মাজুবোৱেকে লৰালৰিকৈ চাহৰ টেকেলীটো চৌকাত পাতি দিলে। কথা পিছতেই হব।

ইতিমধ্যে, পানী এলোটা আনি মিনাৰামক হাত মুখ ধুবলৈ পাঁচি মাজুবোৱেক আখললৈ গল।

হাতভৰি ধুই সোমাওঁতেই মাজুবোৱেকে চাহ এবাতি আৰু বহাগ বিহুলৈ ওলোৱা পিঠাকে কাঁহী এখনত ভৰাই দিলে।

মিনাৰামে অনুভৱ কৰিলে, এয়া যেন সি ঘৰত নিকাকৈ কিবা এটা খাবলৈ লৈছে, ইমান দিনে কোনে বন্ধা, নে চুৰাও খাইছিল উপায় নাছিল। বিহুৰ পিঠা হেপাহ পলুৱাই খাই যেতিয়া চাহ খাই উঠিল, তেতিয়াহে যেন মিনাৰামৰ গাত বলশক্তি আহিল। তাৰ পিছত।

তামোল এখন খাই বিৰি এটা হুপিলে আৰু হাঁহি হাঁহি বহিল।

তেতিয়া মানে মাজুককায়েকো কাৰোবাৰ ঘৰৰ পৰা বিহু খাই পাইছেহি।

মিনাৰামৰ কুশল বাতৰি সুধি ওচৰতে ধৰা এখন লৈ বহিল।

তাৰ পিছত, চাওঁতে চাওঁতে গাঁৱৰ কেবা যোৰা মানুহো আহি জুম খালে। এই সকলোকে মাজত লৈ মিনাৰামে আদ্যোপান্ত কথা কৈ যেতিয়া শেষ কৰিলে তেতিয়া ৰাতি একপ্ৰহৰ হৈ গৈছে। আকাশত কাহিলি কাহিলি জোনাক সেই প্ৰহৰৰে সহাৰি দিছে।

পিছদিনা জা-জলপান খাই মিনাৰাম শহুৰেকৰ ঘৰলৈ যাবলৈ ওলাল। পখিলীয়েও চাগে উদগ্ৰীব হৈ ৰৈ আছে। এই তিনিমাহ যেন তাই গিৰিহত নোহোৱাহৈ আছিল। অন্তত৹ আজি তাইৰ মুখলৈ পানী আহিব।

মিনাৰাম যেতিয়া গৈ শহুৰেকৰ ঘৰ পালেগৈ, অনুভৱ কৰিলে যেন শহুৰেকৰ ঘৰত চাকীটো স্তিমিত হৈহে জ্বলি আছিল আৰু মিনাৰাম গৈ পালত যেন চাকীটোলৈ তেল আহিল।

এইবাৰ যেন মিনাৰামে অনুভৱ কৰিলে, সচাঁই সি শহুৰেকৰ মূল্যবান জোঁৱাই। আজি মিনাৰাম ভিকহু নহয়। তাৰ সন্মান আজি দেশৰ নেতাৰ শাৰাত। শহুৰেকে নেহাঁহিলেও ওঠ দুটাত হাঁহি খেলি আছিল। শাহুৱেকে মাত লগাইযেই আদৰৰ জোঁৱাইয়েকক খুৱাব বোৱাবলৈ লৰাধপৰা কৰিছিল আৰু আলহী জোঁৱায়েকৰ কাৰণেই যে এইখিনি কৰিছিল, মিনাৰামে বুজিছিল। মিনাৰামেও এতিয়া আগতকৈ গহীন হৈ পৰিছিল। অন্তত তাৰ জীৱনলৈ এটা পৰিবৰ্ত্তন আহি গৈছিল। আৰু গহীন হৈ থকাটো এতিয়া তাৰ কাৰণে সহজ হৈ গৈছিল।

পখিলী তেতিযালৈকে ওলাবৰ নৌ। কেচুৱাৰ মাত ভিতৰৰ পৰা শুনা গৈছিল।

বিহুৰ জা-জলপান, পিঠা খোৱাৰ পিছত যেতিয়া মাজঘৰলৈ খুলশালীয়েকে মিনাৰামক মাতি লৈ গল, তেতিয়া পখিলীয়ে কোলাত

তিনিমহীয়া কেচুৱাটো লৈ ঠিয় হৈ আছিল। আৰু সমুখত মিনাৰামক দেখি হাঁহিব নে কান্দিব, নে কেচুৱাটো মিনাৰামৰ কোলাত দি মিনাৰামক সাবট মাৰি ধৰিব, এনে হৈছিল। মিনাৰামে বুজিছিল। কেচুৱাটো পখিলীৰ কোলাৰ পৰা লৈ মৰম কৰিবলৈ ধৰিলে আৰু পখিলীলৈ চাই বিৰহৰ বেদনা উপশম কৰিবলৈ ধৰিলে।

কাৰণ, পখিলী যে আজি গধুলীয়েই মিনাৰামৰ লগত আছিব। স্বামীহাৰা দময়ন্তী অতদিনে সেই ঘৰটোৰ ভিতৰতে মিনাৰামক আছে বুলি বিছাৰি ফুৰিছে অথচ তাইৰ প্ৰাণৰ প্ৰিয়তম ৰজা নল আছিল জিলাৰ জেলত, ডাঙৰ মানুহৰ দৰে কাম কৰি, দেশৰ হকে স্বাৰ্থ বলিদান দি। এনুবা গুণী স্বামীক পখিলীয়ে আদৰ নকৰে যদি কোনে কৰিব।

আনন্দ উচ্চাসত পখিলীৰ মন উতলা হৈ আছিল। গাঁওগঞ্জাই এতিয়া মিনাৰামক সমীহ কৰি চলিব। তাইৰ স্বামী এতিয়া দেশৰ এজন ৰাজনৈতিক দলৰ মানুহ। মিনাৰামৰ সন্মান এতিয়া গাঁৱৰ সীমা এৰাই নগৰ চহৰ পাৰ হৈ গৈছে। জয়মতীৰ বতৰা যিদৰে লুইতৰে পানীয়ে চহৰে নগৰে, দেশে-বিদেশে বুকুত লৈ গৈ বিলাই দিছিল, সেইদৰে মিনাৰামৰ দেশপ্ৰেমৰ বাতৰি বিযপি গৈ সুদূৰ দিল্লী পাইছেগৈ। তাইৰ বাপেক মাকেও আনন্দ পাইছে আৰু তাইৰ বাপেকৰেইতো সন্মান বাঢ়িছে। পখিলীৰ বাবেইতো বাপেকৰ এই সন্মান।

পখিলীৰ বুকু গৰবত ফুলি উঠিছিল। এতিয়া তাই এজন দেশ প্ৰেমিকক পত্নী। এতিয়া মিনাৰামৰ কোনেও চহা, ভিকহু, জলহু বুলি হাঁহিব বা পেংলাই কৰিব নোবাৰে।

কেচুৱাৰ কল-কাকলিত ঘৰখন মুখৰিত হৈ আছিল। গাঁৱৰ জীয়ৰী বোৱাৰী আৰু বুঢ়ী কেই গৰাকী মানে মিনাৰাম অহাৰ বাতৰি পাই সম্বৰ্দ্ধনা জনাবলৈকে আহি ভিতৰত বহি আছিল। আৰু কেচুৱাটোক আনদিনা মৰম নকৰিলেও আজি সবেই এবাৰ এবাৰ মৰম কৰিছে।

চাওঁতে চাওঁতে গাঁৱৰ মুখীয়াল কেইজনমানো গোটখালেহি। মিনাৰামৰ কুশল বাতৰি সুধি সুধি আৰু লগে লগে কুশল কামনা কৰি মিনাৰামৰ কাৰ্য্যক ভুৰি ভুৰি প্ৰশংসা কৰিলে। এনেহেন মানুহ যদি আমাৰ দেশত থাকে, তেন্তে দেশ স্বাধীন নহৈ পাৰেনে। বগা ইংৰাজ যাবলৈ বাধ্য হবই লাগিব। দেশৰ কাৰণে যি স্বাৰ্থ বলিদান দিব পাৰে, সিহে প্ৰকৃত মানুহ।

মিনাৰামৰ মূৰ দো খাই গৈছিল।

দুপৰীয়া ভাত খাই যেতিয়া পখিলী আৰু মিনাৰাম ঘৰলৈ বুলি ওলাই আহিছিল তেতিয়া মিনাৰামৰ কোচত আছিল তিনি মহীয়া কেচুৱাটো আৰু পখিলীৰ এখন হাতত কেচুৱাটোৰ কানিকাপোৰ আৰু সিখন হাতত আছিল পিঠাপনাৰ টোপোলাটো।

ওঁৰে বাটটো আহোঁতে মিনাৰামে ভাবিছিল, সি যেন শহুৰেকৰ ঘৰৰ পৰা জয়ৰ গৌৰব মালা পিন্ধি আহিছে। যিটো সি প্ৰথম জোৱাই হৈ যাওঁতেই আশা কৰিছিল। ইমান দিন যে সেই মালাৰ গৌৰব শহুৰেকৰ ঘৰতে গচ্ছিত হৈ হে আছিল।

সমাপ্ত